# অসমীয়া মহাভাৰত।

## স্বৰ্গাৰোহণ পৰ্ব্ব।



শ্ৰীলক্ষেশ্বৰ শৰ্ম্মা বি, এৰ দ্বাৰা

প্ৰকাশিত।

"নহি সুপ্তস্য সিংহস্য প্ৰবিশন্তি মুখে মৃগাঃ।"—ইতি পঞ্চতন্ত্ৰম্।






কলিকতা।

১২২ নং আমহার্ষ্ট্ ষ্ট্ৰীটত "ৰা[illegible] মুদ্ৰাযন্ত্ৰে"

শ্ৰীনৃত্যগোপাল চক্ৰবৰ্ত্তীৰ দ্বাৰা মুদ্ৰিত।

বেচ ডাকমাচুলে সৈতে এমহা মাথোন।

# পাতনি।

"যদিও পুৰণি সাহিত্যই অসমীয়া ভাষাৰ মুখ উজ্জ্বল কৰি ৰাখিছে তত্ৰাচ আজিকালিও বহুত অসমীয়া মানুহৰ মনত এনে কুসংস্কাৰ আছে যে, তেওঁলোকে পুৰণি সাহিত্য আন্ধাৰৰপৰা পোহৰলৈ আনিবলৈ কাৰবাৰ কৰক ছাৰি, বহুতে সেই বিষয়লৈ মন মেলোঁতাকো বাধা দিবলৈ অলপো পাচ নোহোঁহকে। এই দৰেই কিমান পুৰণি সাৰুৱা সাৰুৱা পুথি, কিমান ডাঙৰ ডাঙৰ মানুহৰ কীৰ্ত্তি, লোপ পাব লাগিছে বা আগলৈ লোপ পাবৰ সম্ভৱ আছে তাক ভাবিলে মনত বৰ দুঃখ লাগে। মহা-ভাৰত, ৰামায়ণ আদি পুথিৰো আমাৰ ভাষাত অভাৱ নাই, অইন কি আমাৰ দেশত "পঞ্চদশ শতিকাতে কীৰ্ত্তন, ঘোষা, দশমাদিৰ ৰচনা হয়। কিন্তু বঙ্গদেশৰ অতি পুৰণি পুথি আৰু 'জীৱ গোস্বামীৰ কৰজ' * ১৫০৩ খৃঃ চনত ৰচিত হয়। কৃত্তিবাস, মুকুন্দৰাম, কাশীদাস এওঁ-লোক ষোড়শ শতাব্দীৰ শেহৰ লোক †। কিন্তু থাকিলে

---

* প্ৰসন্নকুমাৰ বিদ্যাৰত্নৰ "সাহিত্য-প্ৰবেশ" ব্যাকৰণৰ "বাঙ্গালা সাহিত্য বিষয়ক প্ৰস্তাব" চোৱা।

† ২য় জোনাকীৰ প্ৰথম সংখ্যা চোৱা।

কি হব ? যি ঠাইৰ মানুহ কুসংস্কাৰভাবাপন্ন, সেই ঠাইৰ, সেই জাতীৰ, সেই ঠাইৰ জাতীয় ভাষাৰ উন্নতি যে লক্ষ যোজনৰ দূৰত তাক আৰু বাহুল্যকৈ কোৱাৰ সকাম নাই। দুৰ্ভগীয়া অসমীয়াৰ হাতত পৰি মহাভাৰত, ৰামায়ণ আদি পুথি হৈয়ো নোহোৱা হৈছে। ধোঁৱা-চাঙত পচি নিগনি-সলিয়াৰ বাহ হোৱাৰ বাহিৰে তাৰপৰা অইন উপকাৰ দেখা নাযায়। প্ৰকাশ কৰক ছাৰি বহুত গিৰিহঁতে পঢ়িবলৈকো আনক পুথি নিদিবলৈ কোঁচ নাখায়। কিন্তু এতিয়াও আমাৰ পুৰণি সাহিত্য উদ্ধাৰ কৰিবৰ সময় ওকলা নাই। এতিয়াও আমাৰ গা দাঙিবৰ সময় আছে, আৰু আমি লাগি গলে যে নহব এনে নহয়, কেৱল মনত ৰাখিব লাগে যে শুই থকা শিয়ালে হুাঁহ ধৰিব নোৱাৰে আৰু শুই থকা সিংহৰ মুখতো "টোপ" নপৰে।"

ভীষ্মপৰ্ব্বৰ পাতনিত কোৱা হৈছিল যে মহাভাৰতৰ আন আন পৰ্ব্বও সময়ত ছপা কৰা যাব। এতিয়া স্বৰ্গাৰোহণপৰ্ব্ব ছপা কৰি সকলোৰে আগত ধৰা গৈছে। ভীষ্মপৰ্ব্বৰ দৰে এই পুথিয়েও সকলোৰে আদৰ পালে যত্ন সফল হৈছে বুলি ভাবিম।

সৰ্ব্বশেষত কওঁ যে গ্ৰন্থকাৰৰ জীৱনীৰ বিষয়ে কিছু কিছু কথা লেখিব লগা থাকিলেও সময়ৰ নাতনিত

এইবাৰ লেখিব পৰা নহল। আৰু বিদেশত ছপা বাবে নিজে আহি কাকত চাবলৈ নোপোৱাত পুথিখনিত ঠায়ে ঠায়ে বর্ণাশুদ্ধি থাকি গল। গুণগ্রাহী পাঠকসকলে সেই বিষয়ে যেন দোষ ক্ষেমিব। ইতি—

যোৰহাট, আসাম

শ্রীলক্ষেশ্বৰ শর্ম্মা

ইং ২৩ মে ১৯০১ চন

# সূচী।







# অসমীয়া মহাভাৰত।

## স্বৰ্গাৰোহণ পৰ্ব্ব।

শ্রীকৃষ্ণায় নমো নমঃ

পাণ্ডুৱ সকলৰ ৰাজ্য এড়ি স্বৰ্গলৈ যাত্ৰা

পদ



বৈশম্পায়ন বদতি শুনিয়ো জন্মেজয়।
সুভদ্রাক বৰ দিয়া ধৰ্ম্মৰ তনয় ॥
তিনি ভ্রাতৃ লগে গৈয়া তথাতে থাকিলা।
কৃষ্ণ বিনে ক্ষুধা তৃষ্ণা নিদ্রায়ো এড়িলা ॥ ১ ॥
নিশি অবসানে সূৰ্য্য উদয় ভৈলন্ত।
প্রাতসৰ ক্রিয়াচয় ৰাজা কৰিলন্ত ॥
দূত পাঞ্চি পাত্র মন্ত্রী সবাকো চপাইল।
ধৌম্য পুৰোহিত লৈয়া শ্ৰাদ্ধ আৰম্ভিল ॥ ২ ॥

পৰীক্ষিত কুমৰক লগত লৈলন্ত।
সহদেব ভ্ৰাতৃকযে ৰাজা বুলিলন্ত ॥
হোম জপ ব্ৰহ্মভোজ কৰ নিৰন্তৰ।
দান কৰন্তোক আৰু নকুল কুমৰ ॥ ৩ ॥
দ্ৰৌপদী সুভদ্ৰা দুয়ো কৰোক মঙ্গল।
মোহোৰ বচনে সবে কৰোক সকল ॥
নিয়োজন ধনঞ্জয়ে কৰোক সভাত।
কৃষ্ণ বিনে ভৈয়াই মোৰ নিশ্ৰীক ভৈলন্ত ॥ ৪ ॥
এহি বুলি বৃদ্ধিশ্ৰাদ্ধ কৰিবে ধৰিল।
ৰাজাৰ বচনে সহদেব যে লড়িল ॥
নকুলৰ আগে ৰাজ আজ্ঞাক কহিল।
দ্ৰৌপদী সুভদ্ৰা দুইটো কহিল সকল ॥ ৫ ॥
সভা নিয়োজন কাৰ্য্য কৈয়া অৰ্জুনত।
নিয়োজিলা হোমে বিপ্ৰ ভাল একশত ॥
বিধিব্ৰতে বিষ্ণুমন্ত্ৰে লক্ষেক হবন।
দুই লক্ষ জপে দিলা দ্বিশত ব্ৰাহ্মণ ॥ ৬ ॥
তৃতীয় হাজাৰ দ্বিজ ভোজন তথিত।
কশ্যপ হৰিণ খাসি মৎস্য মাংস যত ॥
মাস মুগ ফল মূল দধি দুগ্ধ ঘৃত।
ভুঞ্জিবাক পাৰে মানে দিলন্ত সমস্ত ॥ ৭ ॥
নকুলেও আজ্ঞা শুনি গৈয়া ভণ্ডাৰত।
সুবৰ্ণ ৰজত ৰত্ন আনিয়া সমস্ত ॥

মন পূৰি সমস্তকে দান কৰিলেক।
বিপ্ৰসবে বোলে আৰু নলাগে আমাক ॥ ৮ ॥
দ্ৰৌপদী সুভদ্ৰা দুয়ো ৰাজ আজ্ঞা শুনি।
নগৰৰ নাৰীসব মাতিয়া যে আনি ॥
সাত গোটা ঘট সাতে লৈল সাজি পাৰি।
দ্ৰৌপদী সুভদ্ৰা বধু উত্তৰা কুমাৰী ॥ ৯ ॥
উলুপী প্ৰবীণা হেমা চিত্ৰাঙ্গদা সমে।
সুবৰ্ণৰ সাত ঘট লৈলা অনুক্ৰমে ॥
নাৰীসবে মিলি পাছে দিলন্ত উৰুলী।
গীত গাই গৈয়াজল আনিলন্ত তুলি ॥ ১০ ॥
কুমৰক আনি বেদী মধ্যত যে থই।
মাঙ্গল্য কৰিলা সবে নোয়াই ধুৱাই ॥
তাত পাছে পঞ্চগব্যে কৰাইলন্ত স্নান।
ৰাজযোগ্য বস্ত্ৰ গাৱে কৰি পৰিধান ॥ ১১ ॥
অৰ্জ্জুনে সভাতে বসি নিয়ম কৰিল।
সিংহাসন চাৰিপাশে কদলি পুতিল ॥
ঢাক ঢোল শঙ্খ ভেৰী ভবল খঞ্জৰী।
উপাঙ্গ দোতাৰা কালী তম্বৰু জাঞ্জৰী। ১২ ॥
তাল খোল মৃদঙ্গক আদি বাদ্যচয়।
নৰ্ত্তকী সকলে নৃত্য কৰে ঠাই ঠাই ॥
ঘৃতৰ প্ৰদীপ শাৰি কৰিয়া লগাইল।
অগৰু কাষ্ঠৰ ধুম্ৰে সভাকো ব্যাপিল ॥ ১৩ ॥

যোগ্যা যোগ্য স্থানে পাত্র মন্ত্রী বসিলন্ত।
চতুষ্পাশে হয় হস্তী ৰথক থৈলন্ত ॥
এহিমতে ধনঞ্জয়ে সভাক কৰিয়া।
যুধিষ্ঠিৰ আগে কথা কহিলন্ত গৈয়া ॥ ১৪ ॥
তব আজ্ঞা লৈয়া দদা সভাক পাতিলো।
বিলম্বত কাৰ্য্য নাই তোমাত কহিলো ॥
অৰ্জ্জুনৰ বাণী শুনি ধৰ্ম্মৰ নন্দনে।
কুমৰক লৈয়া ৰাজা লড়িলা তেখনে ॥ ১৫ ॥
ধৌম্য আদিকৰি বিপ্ৰ চলন্ত বিশেষ।
অসংখ্যাত দণ্ড চত্ৰ চলে চতুৰ্দ্দিশ ॥
নানাবিধ বাদ্য বাৱে মনত হৰিষ।
এহিমতে গৈয়া হৈল সভাত প্ৰবেশ ॥ ১৬ ॥
দ্ৰৌপদীক মুক্ষ কৰি ৰমণী যতেক।
দাসীগণ সঙ্গে লৈয়া সবে আসিলেক ॥
নগৰৰ নৰ নাৰী আছিলেক যত।
ৰঙ্গ চাহিবাক লাগি আসিল সমস্ত ॥ ১৭ ॥
সভাত প্ৰবেশ হুয়া বোলে ধৰ্ম্মৰাজ।
মোহোৰ বচন হেৰা শুনা কৃপাচাৰ্য্য ॥
অভিমন্যুসুত ইটো নাতি অৰ্জুনৰ।
আক আগকৰি ৰাজ্য প্ৰতিপাল কৰ ॥ ১৮ ।
শিখাইবাহা ৰাজনিতি ব্যৱহাৰ যত।
বিনা অপৰাধে দণ্ড নহৈব লোকত ॥

সেবকক দান দিবা সময়ৰ বেলা।
তেবেসে সেবকে কাৰ্য্য ন কৰিব হেলা ॥ ১৯ ॥
আনো আনো কথা যত শিখাইবাহা তুমি।
পৰীক্ষিত নাতিগুটি ৰাজাপাতো আমি ॥
এহি বুলি যুধিষ্ঠিৰে কুমৰক লৈলা।
দিব্য সিংহাসনে নিয়া উপৰে তুলিলা ॥ ২০ ॥
জয় জয় বুলি প্ৰজা দিলেক জোকাৰ।
ঢাক ঢোক বাদ্যচয় বাৰৈ নিৰন্তৰ ॥
সেহি সময়ত ভীম আসিল সম্প্ৰতি।
ইন্দ্ৰপ্ৰস্থে কুমৰক পাতিয়া নৃপতি ॥ ২১ ॥
ৰাজাৰ চৰণে নমিলন্ত বৃকোদৰ।
তযু আজ্ঞা ধৰি ৰাজা পাতিলো কুমৰ ॥
বাল্য বৃদ্ধ সকলকো জিজ্ঞাশিলো ভালে।
অৰ্জুনে দিয়াছে বুলি কহিল সকলে ॥ ২২ ॥
ৰাজা বোলে ভাল বাপু কৰিলা সুন্দৰ।
হস্তিনাপুৰৰ আশা মনে দূৰকৰ ॥
এহি বুলি সুভদ্ৰাক বোলে যুধিষ্ঠিৰ।
এই নাতি লৈয়া আই ৰাজ্য ভোগ কৰ ॥ ২৩ ॥
আমাক লাগিয়া তুমি নকৰিবা মৰ্ম্ম।
স্বামীৰ বচন চিন্তি থাকিবা স্বধৰ্ম্ম ॥
তাত পাছে সমজ্যাত বুলিলা বচন।
মোক লাগি শোক নকৰিবা কেহোঁজন ॥ ২৪ ॥

তথাত আছিল যত বিশেষ ব্ৰাহ্মণ।
স্বহস্তে কৰিলা ৰাজা সমস্তকে দান॥
কৃষ্ণ চৰণক চিন্তি মনক নিয়মি।
শৰীৰৰ ইন্দ্ৰীয়ক থৈয়া পাছে দমি॥ ২৫॥
আপোনাৰ অলঙ্কাৰ পেলাইলা খসাই।
মাথাত বান্ধিলা জটা আঠাক অনাই॥
পৰিধান কৰিলন্ত বাকলি বসন।
ভস্ম লৈয়া সৰ্ব্বগাত্ৰে কৰিলা লেপন॥ ২৬॥
দেখে চাৰিভাই ৰাজা ভৈলন্ত বৈষ্ণব।
চাৰিয়ো ধৰিলা তেতিক্ষণে সেহিভাৱ॥
দেখিয়া দ্ৰৌপদী বোলে কিবা চাহো আমি।
মোৰ পাঞ্চোস্বামী দেখো হৈল বনাশ্ৰমি॥ ২৭॥
বাকলি বসন আনি পিন্ধিবে ধৰিলা।
একোমতে পিন্ধিবাক দেৱী নপাৰিলা॥
দেখি ধনঞ্জয়ে বোলে পিন্ধিবে নলাগে।
পৰিধান বস্ত্ৰসমে চলিয়োক লগে॥ ২৮॥
পাৰ্থৰ বচনে কৃষ্ণা বাকলি এড়িলা।
স্ত্ৰীৰ সঙ্গ এড়ি স্বামী সমীপক গৈলা॥
এহিমতে ছয়োজন একস্থান ভৈল।
তাক দেখি প্ৰজাসব শোকাকুল হৈল॥ ২৯॥
পৃথিবীত পড়ি কান্দে হাকুলে ব্যাকুলে।
আজি সে গুছিল জানো আনন্দ সকলে॥

হৰি হৰি আই ৰাই ৰাজ পটেশ্বৰী।
লেখিলে বিধাতা কেনে দুঃখ ভাগি কৰি ॥ ৩০ ॥
একবাৰ ভুঞ্জি বনবাসৰ নিকাৰ।
তাতো দশগুণে ধিক মিলিল ইবাৰ ॥
যাৰ নিদ্ৰা নিমিলয় ৰত্নৰ আসনে।
আবে কেনমতে ফুৰিবাহা বনে বনে ॥ ৩১ ॥
ৰাতুলৰ বৰ্ণ যেন সুকোমল ভৰি।
শঙ্কটে কণ্টকে ফুৰিবাহা কেন কৰি ॥
এহি বুলি কান্দে আৰ্ত্তৰাৱে নৰনাৰী।
হিয়ে মুষ্টিহানি শোকে বাগৰি বাগৰি ॥ ৩২ ॥
লোকৰ ক্ৰন্দন শুনি পাণ্ডুৰ কুমৰ।
ভাল মন্দ একো পাছে নেদিলা উত্তৰ ॥
এড়িলন্ত দণ্ড চত্ৰ যত ৰাজ্য ভাৰ।
সুহৃদ বান্ধব আৰু মিত্ৰ আপোনাৰ ॥ ৩৩ ॥
হয় হস্তী এড়িলন্ত অক্ষয় ভণ্ডাৰ।
সবাকো তেখনে কৰিলন্ত পৰিহাৰ ॥
মনক নিয়ম কৰি পাছে ছয়োজন।
হস্তিনাপুৰৰ বাজ ভৈলা তেতিক্ষণ ॥ ৩৪ ॥
আগভৈলা যুধিষ্ঠিৰ পাছে ভীমসেন।
তাহাণ পাছত চলে শ্বেত যে বাহন ॥
তাত পাছে মাদ্ৰী সুত নকুল চলন্ত।
চাৰিবো পাচত সহদেব চলি জান্ত ॥ ৩৫ ॥

সবাৰে পাচত চলে দ্ৰুপদ নন্দিনী ।
সৰ্ব্বাঙ্গ সুন্দৰী দেবী প্ৰফুল্ল বদনী ॥
এহি ছয়জন বাজ ভৈল নগৰৰ ।
লগত চলিল প্ৰজা সব নিৰন্তৰ ॥ ৩৬ ॥
দেখন্ত লগত চলে সবে নাৰী নৰ ।
হেন দেখি দুখ মন ভৈল যুধিষ্ঠিৰ ॥
প্ৰবোধ বচণে পঠাইলেক উলটাই ।
পৰীক্ষিতে লৈয়া জাই পূৰে হস্তিনাই ॥ ৩৭ ॥
তাৰ চাৰিজন নাৰী নগৈলন্ত তদা ।
উলুপী প্ৰবীণা হেমা আৰু চিত্ৰাঙ্গদা ॥
অৰ্জুনক লাগি শোক কৰে চাৰিজন ।
সেবিবে নপাইলো আমি স্বামীৰ চৰণ ॥ ৩৮ ॥
শ্যামবৰ্ণ কলেৱৰ সুন্দৰ বদন ।
গুণে দাসৰথি ৰাম কামিণী মোহন ॥
সকল কাৰ্য্যত প্ৰভু নোহে অসামৰ্থ ।
তাক দেখি কৃষ্ণদেৱে নামদিলে পাৰ্থ ॥ ৩৯ ॥
হেন স্বামী অবিহনে ৰহিবো কিমতে ।
কাক চাহি ৰহিবোহো হস্তিনা পুৰতে ॥
কত পুণ্যফলে স্বামী পাইলো অৰ্জুনক ।
আশাপূৰ্ণ নতোহন্তে তেজিলে আমাক ॥ ৪০ ॥
পৃথিবীত থাকিবাৰ নাহি প্ৰয়োজন ।
এহি বুলি গঙ্গাজলে কৰিলন্ত স্নান ॥

অৰ্জ্জুনক মনে দেবী আলিঙ্গি ধৰিলা।
কৃষ্ণ বুলি চিত্ৰাঙ্গদা পৰাণ এৰিলা॥ ৪১॥
শৰীৰ এৰিয়া পুনু দীব্যৰূপ ধৰি।
বিমানে চাৰিয়া গৈলা গন্ধৰ্ব্বৰ পুৰী॥
উলুপী দেখন্ত পাছে চিত্ৰাঙ্গদা গৈল।
সেহিমতে উলুপিয়ো পৰাণ এৰিল॥ ৪২॥
অনন্ত স্থানৰহন্তে বিমান আসিল।
তাহাত চড়িয়া দেবী গৈল ততকাল॥
চাৰিশ মায়াক জানে হেমা বৰ নাৰী।
মায়াকৰি প্ৰবেশিলা বিতল নগৰী॥ ৪৩॥
পাৰ্ব্বতী সহিতে হেমা সখী কৰিছিল।
সেহি হেতু তেসে গোসানীৰ সঙ্গে গৈল॥
তাত পাছে প্ৰবীনাই ইন্দ্ৰক চিন্তিলা।
জানি পুৰন্দৰে পাছে বিমান পাঠিলা॥ ৪৪॥
সেহি বিমানত চড়ি অম্ৰাবতী গৈলা।
এহিমতে চাৰিও যে পৃথিবী এড়িলা॥
হস্তিনাপুৰত পাছে পৰীক্ষিত গই।
মহা অসন্তোষ মনে ক্ৰন্দন কৰই॥ ৪৫॥
কাক চাহি থাকিবোহো এহি নগৰত।
পিতামহ সৱমোৰ নাহিকে ইহাত॥
চাড়ি পিতামহী মোৰ গৈল পৰলোক।
কি কাৰণে ৰাজাপাতি থৈয়া গৈল মোক॥ ৪৬॥

কৃপাচাৰ্য্যে বোলে ৰাজা শুনিয়োক তুমি।
পুৰাতন কথাসব কহিবোহোঁ আমি ॥
দ্বাপৰ যুগত দশৰথ গৃহে হৰি।
চাৰিজন হুয়া তাত অবতাৰ ধৰি ॥ ৪৭ ॥
জ্যেষ্ঠ ৰামচন্দ্ৰ হেন মধ্যম ভৰত।
তাত ছোট লক্ষ্মণ যে শত্ৰুঘ্ন শেষত ॥
সপত্নী মাতৃৰ দোষে ৰাম গৈলা বনে।
লগত চলিল সীতা কনিষ্ঠ লক্ষ্মণে ॥ ৪৮ ॥
বনত আছিল যত ৰাক্ষস পিশাচ।
তাহাক মাৰিয়া ৰামে কৰিলা নিসছ ॥
পাছে সীতা হৰিনিলে দূৰ্জ্জন ৰাৱনে।
তাৰ দশ কন্ধ ছেদিলন্ত ৰাম বাণে ॥ ৪৯ ॥
অগ্নিত পৰীক্ষা কৰি সীতা সম্বৰিলা।
পুষ্পক জানত ছড়ি অযোধ্যাক গৈলা ॥
পিতৃৰ দেশত ৰাম ৰাজা হৈল পাছে।
তিনি ভ্ৰাতৃ লগে লৈয়া কতো দিন আছে ॥ ৫০ ॥
ৰামক এৰিয়া সীতা চলিলা পাতাল।
দুৰ্ব্বাসা কালৰ হাতে লক্ষ্মনো গুছিল ॥
বিৰকতি লাগিলন্ত ৰামৰ মনত।
ৰাজা হবা বুলি পুছিলন্ত ভৰতত ॥ ৫১ ॥
নহৈবো বুলিয়া ৰাজা কহিলা ৰামত।
পাছে কুশৰক ৰাজা পাতি অযোধ্যাত ॥

সশৈণ্যে প্ৰবেশ ভৈল বনৰ ভিতৰ।
ৰামৰ প্ৰসাদে নৰ নাৰী নিৰন্তৰ ॥ ৫২ ॥
অক্ষয় স্বৰ্গক গৈলা মানুষ শৰীৰে।
লৱকুশ থাকিলন্ত সেহিতো নগৰে ॥
এহি পাৰম্পৰ্জ কথা হৈ আছে আগত।
নজানিয়া শোক তুমি কৰা অকাজত ॥ ৫৩ ॥
ৰাজচৰ্চ্চা কৰা ৰাজা মোৰ বোল ধৰা।
এতেকে তাহান শোক সকলে পাসৰা ॥
আৰু এক কথা কহো শুনাহা সম্প্ৰতি।
মণিপুৰে দুত তুমি পাঞ্চা শীঘ্ৰগতি ॥ ৫৪ ॥
বভ্ৰুবাহা আসন্তোক শ্ৰাদ্ধ কৰিবাক।
নুহি চাৰি মাতৃৰ যে কৰ্ম্ম কৰন্তোক ॥
নৃপৰ বচনে ৰাজা চাৰিগোটা দূত।
সাৱশেষ কথা কহি পাঞ্চিলা তৰিত ॥ ৫৫ ॥
তাত পাছে সুভদ্ৰা সুন্দৰী বৰ নাৰী।
অৰ্জুনক লাগি কান্দে সুমৰি সুমৰি ॥
শুনিয়োক নৰলোক ভাৰত চৰিত।
আত পৰে পুন্য নাই দোষ্ঘোৰ কলিত ॥ ৫৬ ॥
কেতিক্ষণে ধৰে কালে তাৰ নাহি থিত।
কৃষ্ণৰ চৰণ মনে ধৰা এক চিত্ত ॥
বোলে পৃথুৰাম দ্বিজে এহি মূল কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥ ৫৭ ॥

অৰ্জ্জুনৰ বিচ্ছেদত সুভদ্ৰাৰ বিলাপ

# মুক্তাৱলী।

পৰম সুন্দৰ, কুন্তীৰ কুমাৰ;
হাসি মনোহৰ, ৰাতুল অধৰ এ;
শোক অগনিক, জ্বালিলা মোৰ হিয়াত।
কি মোৰ কপাল, ভৰ যুবা কাল;
আমাৰ নগৈল, তুমি সমে কাল এ;
পৰম বিকলি, থাকিবো মই কিসত॥
তোমাৰ বিৰহে, মোৰ দেহা দহে;
হৃদয় নসহে, পৰাণো নৰহে এ;
তুমি অবিহনে, কি কাজ মোৰ জীবাৰ।
হেৰা প্ৰানেশ্বৰ, হৃদিৰ ঈশ্বৰ;
সদাই তোমাৰ, আছিলো স্নেহৰ এ;
অৰ্দ্ধ কলেৱৰ, আছিলো মই তোমাৰ॥ ৫৮
তোমাক নপাই, হেৰা প্ৰাণ যাই;
থাকিবো ইঠাই, কেন মতে মই এ;
পূৰ্ণচন্দ্ৰ সম নেদেখি তোমাৰ মুখ।
বদন তোমাৰ, দেখিলে আমাৰ;
মিলে বহুতৰ, আনন্দ আমাৰ এ;
বিধাতা বঞ্চিলে সি সব আমাৰ সুখ॥

দ্রুপদ কুমাৰী, আছে তপকৰি ;
তযু লগধৰি, গৈলেক সুন্দৰী এ ;
ধৰ্ম্মৰ বচনে থাকিলো এথাতে পৰি ।
তুমি সম বীৰ, নাহি ধনুৰ্দ্ধৰ ;
তিনিও লোকৰ ; অন্তক বৈৰৰ এ ;
ভাৰ হৰিনাহা অবতাৰ তুমি ধৰি ॥ ৫৯
বসণ ভূষণ, ধিক বিতোপন ;
পৰিয়াৰ জন, মিত্র পুত্র গণ এ ;
সবে অকাৰণ স্বামীৰ সঙ্গ বিহিনে ।
মই সৌভাগিণী, তোমাৰ কামিণী ;
ভৈলো কুলক্ষণী, থাকিয়া আপুনি এ ;
ধিক্ ধিক্ মোৰ জীবন সাৰ যৌবনে ॥
পূৰ্ণ শশধৰ, বিকচ পদ্মৰ ;
সঙ্গত মোহোৰ, দেখিয়া সুন্দৰ এ ;
তাহান কান্তিয়ে মোহোক শোভা কৰয় ।
কৰিয়া কাতৰ, চৰণে কৃষ্ণৰ ;
খেদ সুভদ্রাৰ, কৰিলো প্রচাৰ এ ;
ৰাম ৰাম ৰাম বুলিয়ো সবে সদায় ॥ ৬০

---

ভীম আদি চাৰি পাণ্ডৱৰ পৰ্ব্বতত পতন আৰু
যুধিষ্ঠিৰৰ নৰক দৰ্শন।

বৈশম্পায়ন বদতি শুনিয়ো,নৰেশ্বৰ।
এহিমতে সুভদ্ৰাৰ ক্ৰন্দন বিস্তৰ ॥
শুনি নগৰৰ নৰ নাৰী চাপি আসি।
প্ৰবোধ কৰিলা সবে বচনে আশ্বাসি ॥ ৬১
বিলাপৰ কথা আৰে এখনে থাকোক।
পাণ্ডৱৰ যেন ভৈল তাক শুনিয়োক ॥
নগৰৰ ৰাজ যেবে পাণ্ডৱ যে ভৈল।
ইন্দ্ৰসমে যমৰাজা আলোচিবে লৈল ॥ ৬২
কেন মতে নিবো পুত্ৰ মোহোৰ ভূবন।
কিন্তু অশ্বত্থামা বুলিয়াছে দ্ৰোণ স্থান ॥
সেহিপাপে দেখিবাক লাগয় নৰক।
কেনমতে নিবো দেবৰাজ শিখায়োক ॥ ৬৩
যমক সম্বোধি ইন্দ্ৰে বুলিলা বচন।
নিদ্ৰাৱলী লগেলৈয়া কৰিয়ো গমন ॥
সুপাৰ্শ্ব পৰ্ব্বতে উঠি মেৰুক আসন্তে।
নিদ্ৰাতুৰ কৰি পেলাইবাহা পৰ্ব্বততে ॥ ৬৪
একেশ্বৰ কৰি যুধিষ্ঠিৰক ৰাখিবা।
শ্বান ৰূপ ধৰি তুমি লগত আসিবা ॥
তোমাক মাৰিবে মই উঠিয়া যে জাইবো।
ৰাজোৰো পৰিক্ষা আমি তাহাতে চাহিবে ॥

তোমাৰ নগৰে মই নিবো যুধিষ্ঠিৰ।
এহিমান কাৰ্য্য তুমি কৰিও সত্বৰ ॥
ইন্দ্ৰৰ বচনে পাছে নিদ্ৰাবলী সমে।
পাণ্ডুৱৰ লগ আসি ধৰিলন্ত যমে ॥ ৬৬
শ্বানৰূপ ধৰি দ্ৰৌপদীৰ পাছে জাই।
অদৃশ্য স্বৰূপে নিদ্ৰাবলীও চলই ॥
পাণ্ডবো ৰহিলা সেহিদিনা গঙ্গাতীৰে।
প্ৰভাতে উঠিয়া স্নান কৰি নৃপবৰে ॥ ৬৭
পুব মুখ হুয়া চলে ইন্দ্ৰিয়ক দমি।
মনত জপন্ত নিৰঞ্জন অন্তৰ্য্যামী ॥
আগে যুধিষ্ঠিৰ পাছে ভীম ধনঞ্জয়।
নকুল সহদেব তান পাছত চলয় ॥ ৬৮
পাঞ্চবো পাছত চলে দ্ৰুপদ নন্দিনী।
কৃষ্ণাৰ পাছত চলে কুত্তা একখানি ॥
এহিমতে জান্ত সবে কৃষ্ণনাম লই।
নদী নদ সৰোবৰ গহ্বৰ চড়াই ॥ ৬৯
জলস্থল নগৰক এড়ি নানাদেশ ;
লোহিত্য তীৰত পাছে ভৈলন্ত প্ৰবেশ ॥
গাণ্ডীব ধনুক নেৰে বীৰ ধনঞ্জয়।
হেন দেখি অগ্নি বাত ভেণ্টিয়া আছয় ॥ ৭০
অগ্নি বোলে শুনা বাপ ধনঞ্জয় বীৰ।
তোমাৰ প্ৰসাদে মোৰ নিৰুজ শৰীৰ ॥

ইন্দ্ৰক নিবাৰি দিলা খাণ্ডব দহিলো।
ৰথ ধ্বজ টোন সমে গাণ্ডীবক দিলো॥ ৭১
ঈশ্বৰে স্ৰজিত ইটো ধনু তিনিখন।
সত্ব ৰজ তম জানা এহি তিনিগুণ॥
সত্বগুণে ভৈল ধনু সাৰঙ্গ উত্তম।
পীনাক হৈলেক ধনু গুণত যে তম॥ ৭২
ৰজগুণে জানা বাপ ধনু যে গাণ্ডীৱ।
এহি ধনু টানিবাক নপাৰয় কেৱ॥
যৈত যোগেশ্বৰ কৃষ্ণ হবৈ অবতাৰ।
তৈতে এহি ধনু লৈয়া হৈবা ধনুৰ্দ্ধৰ॥ ৭৩
আকে জানি গাণ্ডীৱক থৈয়ো বৰুণত।
মিচা নুহিকয় আমি কৈলো স্বৰূপত॥
অগ্নিৰ বচন শুনি ইন্দ্ৰৰ নন্দন।
লোহিতত খেপিলেক ধনু টোন বান॥ ৭৪
পাঞ্চোভাই কৰিলন্ত অগ্নিক সম্মান।
তথাতে ভৈলন্ত অন্তৰ্দ্ধান হুতাসন॥
অনন্তৰে তৈতে পাছে পাণ্ডুৰ সন্তান।
লোহিতত নামি পাছে কৰিলন্ত স্নান॥ ৭৫
স্নান পানে সবাৰে গুছিল শ্ৰম দুখ।
পাছে পাঞ্চোভাই ভৈলা দক্ষিণক মুখ॥
লোহিত্যৰ তীৰে তীৰে জাহান্ত সদাই।
সাগৰ দেখিলা গৈয়া পাছে পাঞ্চোভাই॥

ঢউ সব উঠে যেন পৰ্ব্বত আকাৰ।
জাকে জাকে চৰৈ মৎস্য কুম্ভীৰ মগৰ ॥
নানাবিধ জলজন্তু তাহাতে ফুৰয়।
মেঘৰ গৰ্জন যেন কতোহো নাদয় ॥ ৭৭
সাগৰৰ ঢউ পাছে গৈয়া নৃপবৰ।
প্ৰবেশিলা মঠে সবে নীল মাধৱৰ ॥
মাধ সুলোচনা নামে আছিল পৰ্ব্বত।
নীল পাথৰৰ মূৰ্ত্তি কৰিলন্ত তাত ॥ ৭৮
সুবৰ্ণৰ মঠ বান্ধি দিলা ওপৰত।
পূৰ্ণব্ৰহ্ম কৃষ্ণ আসি বেকত হৈলন্ত ॥
যেখনে আসিল কৃষ্ণ জগত ঈশ্বৰ।
থানৰ হৈলেক অধিকাৰি মহেশ্বৰ ॥ ৭৯
বৃক্ষৰূপে বটব্ৰহ্ম আছয় তাহাত।
মাৰ্কণ্ডেয় নামে হ্ৰদ বটৰ তলত ॥
হ্ৰদত স্নানিলে নীল ভক্তি পাৱে নৰে।
ভাৰ্য্যা ভ্ৰাতৃসমে স্নান কৰি যুধিষ্ঠিৰে ॥ ৮০
নীল মাধৱক পাছে হৈল দৰিশন।
পৰম আনন্দে ৰহিলন্ত সেহিদিন ॥
দ্ৰৌপদী সহিতে পৰদিনা পাঞ্চোজন।
উত্তৰক মুখে সবে কৰিলা গমন ॥ ৮১
দ্ৰৌপদীৰ পাছে একগুটি কুত্তা জাই।
সবাৰ পাছুত নিদ্ৰা অদৃশ্যে চলই ॥

এহিমতে নদী গিৰি বিস্তৰ চৰাই ।
মহেশৰ মূৰ্ত্তি মুক্তিনাথ পাইলা গই ॥ ৮২
ৰহিলন্ত সেহিদিন তাত মহাৰাই ।
ৰজনী প্ৰভাতে কৃষ্ণাসমে পাঞ্চোভাই ॥
স্নান কৰি মুক্তিনাথ দৰশন হুই ।
উত্তৰ দিশক পাছে গমন কৰই ॥ ৮৩
সাক্ষাতে ঈশ্বৰ শক্তি পাণ্ডুব্ৰত আছে ।
পথগতি কৰি হৰিদ্বাৰ পাইলা পাছে ॥
পৰম আনন্দে স্নান কৰি বিধিব্ৰতে ।
ফল মূল ভুঞ্জি ৰাত্ৰি ৰহিলা তথাতে ॥ ৮৪
প্ৰভাতে উঠিয়া তাতকৰি স্নান পান ।
হৰিদ্বাৰ পৰ্ব্বতত হৈয়া আৰোহণ ॥
পৰ্ব্বত উপৰে চলিজাই উত্তৰক ।
দুৰ্গম পথক গই গঙ্গোত্ৰী পাইলেক ॥ ৮৫
যোজন বহল কুণ্ড চক্ৰৰ আকাৰ ।
গঙ্গোত্ৰী নামত সিতো গঙ্গাৰ নগৰ ॥
এহিমতে নবকুণ্ড নব বৰিসত ।
মকৰ বাহিনী দেবী ক্ৰমে থাকে তাত ॥ ৮৬
স্নান পান কৰি ভাৰ্য্যাসমে পাঞ্চোভাই ।
আনিলন্ত ফল মূল চাৰিও কোঞাই ॥
যুধিষ্ঠিৰে ঈশ্বৰক দিলন্ত উছৰ্গি ।
যাজ্ঞসেনী সবাহাকে দিলন্ত বিভাগি ॥ ৮৭

এহিমতে সেহিদিন তথাতে ৰহিল।
প্রভাতে উত্তৰ মুখে গমন কৰিল॥
গিৰি গুহা দুর্গম যে বহুত এৰাই।
হিমালয় সীমাদণ্ড দেখিলন্ত জাই॥ ৮৮
সহস্র যোজন পথ ঊর্দ্ধে যুড়িচয়।
তাৰপৰা দশোদিশে পৰে হিমচয়॥
তস্কৰ সকলে যেন গৃহে সিন্ধি দেই।
হিমালয় ভেদি গঙ্গা সেহিমতে বই॥ ৮৯
ৰহিবে নপাৰে শূন্যে হিমৰ কাৰণে।
কাষ্ঠ তৃণ আনি বাসা বান্ধি ভীমসেনে॥
চাৰি ভ্রাতৃ ভার্য্যা কুন্তা সমে যুধিষ্ঠিৰ।
ৰহিলা সবেও সেহি বাসাৰ ভিতৰ॥ ৯০
নিদ্রাবলী ৰহিলন্ত সঙ্গোত তহোন।
মায়া কৰি আছে কেহো নেদেখে নয়ন॥
এহিমতে পর্ব্বতৰ ৰৈয়া সমীপত।
ফল মুল আহাৰ কৰিল যথোচিত॥ ৯১
কৃষ্ণক চিন্তিয়া সেহি ৰজনী বঞ্চিল।
প্রভাতে উঠিয়া সবে স্নানক কৰিল॥
সহস্র প্রহৰ পথ ঊর্দ্ধ যে পর্ব্বত।
তাহাত উঠিলা গৈয়া পাণ্ডব সমস্ত॥ ৯২
পর্ব্বতত হিমে আণ্ঠুমান হৈয়া জাই।
তথাপিতো আগবাঢ়ি জান্ত পাঞ্চো ভাই॥

দ্রৌপদীক ধনঞ্জয়ে হাতে ধৰি নেন্ত।
কুত্তাৰূপে যমৰাজা পাছত চলন্ত ॥ ৯৩
তান পাছে নিদ্রাবলী চলে অলক্ষিতে।
এহিমতে চড়াইলন্ত গৈয়া যে পর্ব্বতে ॥
কিম্পুৰুষ নামে সিটো মধ্যম বৰিষ।
নিদ্রা কুত্তা কৃষ্ণাসমে পাণ্ডব প্রবেশ ॥ ৯৪
শ্রান্ত হুয়া সেহিদিনা তথাত ৰহিল।
হিম নিবাৰিয়া ভীমে বাসাক বান্ধিল ॥
ফল মূল ভুঞ্জি সেহি ৰজনী বঞ্চিয়া।
স্নান কৰি লড়িলন্ত প্রভাতে উঠিয়া ॥ ৯৫
উত্তৰক মুখে বহুতৰ পথ গই।
ৰামগিৰি নামে এক পর্ব্বতক পাই ॥
ৰামৰ আছয় মূর্ত্তি সীতা সমন্বিতে।
সেহিদিন ৰহিলন্ত পাণ্ডব তাহাতে ॥ ৯৬
কৃষ্ণাসমে স্নান কৰি ক্রুতে পাঞ্চোভাই।
ৰাম সীতা দেবী দৰশন হৈলা জাই ॥
প্রদক্ষিণ কৰি পাছে ৰামৰ চৰণ।
উত্তৰক মুখে পাছে কৰিলা গমন ॥ ৯৭
বায়ুবেগে যান্ত সবে শক্তি ঈশ্বৰৰ।
দণ্ডেকে দিবস পথ চলে নিৰন্তৰ ॥
এহিমতে ক্ষুদ্র নদী গিৰিক চড়াই।
হনুমন্ত আশ্রমক পাইলা গৈয়া জাই ॥ ৯৮

ষড় ঋতু এক হৈয়া বহে সেহিস্থান ।
অশংক্ষাত ফল পকি আছয় নানান ॥
আশ্রমে প্রবেশ পাছে ভৈলেক পাণ্ডব ।
মাথে বস্ত্র দিয়া কৃষ্ণা গৈলা সেহি ঠাৱ ॥ ৯৯
দেখি হনুমন্তে আগ বাঢ়ি নিলা আসি ।
নানাবিধ ফলমূলে পূজিলা হৰিষি ॥
অথন্তৰ কথা হনু ৰাজাত পুছিলা ।
যেনমতে কৃষ্ণ দেৱে পৃথিবী এড়িলা ॥ ১০০
সেহি ৰাত্রি সাৱশেষে হনুত কহিলা ।
প্রভাতে উঠিয়া মাৰুতিত আজ্ঞা লৈয়া ॥
উত্তৰক মুখে চমু পথক ধৰিলা ।
নদী নদ জঙ্গলক বহুত চড়াইলা ॥ ১০১
হেমাদ্রী নামত এক গোট কুণ্ডবৰ ।
কিম্পুৰুষ বৰিষৰ গঙ্গাৰ নগৰ ॥
তাহাক পাইলন্ত গৈয়া পাণ্ডুৰ কুমাৰ ।
ৰহিলন্ত সেহিদিন পাৰত কুণ্ডৰ ॥ ১০২
মনুষ্যে নপাৱে তাক দেবতাত বিনে ।
দ্রৌপদী সহিতে স্নান কৰি সেহি স্থানে ॥
উত্তৰক মুখে চলি জান্ত নৃপবৰ ।
কৃষ্ণাসমে চাৰি ভ্রাতৃ পাছত তাহাৰ ॥ ১০৩
তান পাছে কুক্কুৰৰূপে চলে যমৰাই ।
সবাৰ পাছত নিদ্রা কেহো নেদেখই ॥

এহিমতে গতি কৰি বহু পথ জান্ত ।
হেমকূট নামে সীমা পৰ্ব্বত দেখন্ত ॥ ১০৪
সহস্ৰ যোজন যুড়ি আছে গিৰিবৰ ।
মনুষ্যে চড়াইবে শক্তি আচয় কাহাৰ ॥
হেমকূট ভেদি গঙ্গাজল বহে সদা ।
সেহি দিন গিৰি কাছে ৰহিলন্ত তদা ॥ ১০৫
ফলমূল আনিবাক গৈলা চাৰি ভাই ।
নানাবিধ আলু জৰা পকা কৰদই ॥
তৰমূজা খৰমূজা কণ্টকি যে ৰাঙ্গি ।
ৰাজাৰ আগত আনি দিলা দুই সাঙ্গি ॥ ১০৬
যুধিষ্ঠিৰে ঈশ্বৰত অৰ্পণা কৰিলা ।
দ্ৰৌপদীয়ে একভাগ বিবৰ্ত্তিয়া দিলা ॥
আৰু ভাগ দিলা নিয়া ভীমৰ আগত ।
ক্ষুধা নিবাৰণ কৰি ভুঞ্জিলা সমস্ত ॥ ১০৭
সবাৰ পাছত দেবী কৰিলা ভোজন ।
তৃণাসন কৰি সবে কৰিলা শয়ন ॥
তাত পাছে ভৈলা যেবে ৰজনী প্ৰসন্ন ।
প্ৰভাতে উঠিয়া গঙ্গাজলে কৰি স্নান ॥ ১০৮
আপুনি সামৰ্থ আৰু কৃষ্ণৰ কৃপাত ।
হেমকূটে উঠি জাই যেন জখলাত ॥
ৰাম কৃষ্ণ নাৰায়ণ মুকুন্দ মুৰাৰি ।
এহিনাম সবমুখে জান্ত সবে ধৰি ॥ ১০৯

শিব বিষ্ণু প্ৰকৃতিও পাণ্ডবতে আছে।
হেমকূট সীমা গিৰি পাৰ হৈলা পাছে॥
হৰিবৰিষক গৈয়া পাণ্ডবে পাইলন্ত।
শ্ৰম দুঃখ নিবাৰিয়া তাত থাকিলন্ত॥ ১১০
ফল মূল ভুঞ্জি ৰহিলন্ত সেহি দিন।
প্ৰাতসে কৰিয়া স্নান কৰিলা গমন॥
নদা নদ গ্ৰাম দেশ বহুত চড়াই।
কামেশ্বৰ নামে এক গিৰি পাইলা জাই॥ ১১১
কামদেব ৰূপে হৰি আছন্ত তাহাত।
জগত জননী লক্ষ্মী থাকয় সঙ্গত॥
পাণ্ডব ৰহিলা গই সেহিদিন তাত।
স্নান কৰি প্ৰদক্ষিণ কৰি বাড়শত॥ ১১২
কামদেব দৰশন ভাৰ্য্যাসমে হৈয়া।
গমন কৰিলা ৰাজা অনুমতি লৈয়া॥
উত্তৰক মুখে দ্ৰুতে জান্ত নৃপবৰ।
গ্ৰাম দেশ নানা ঠাই জাই বহুতৰ॥ ১১৩
পাছে জঙ্ঘালক পথ চলে পাঞ্চো ভাই।
গিৰি গুহা নদী নদ জাহন্ত চৰাই॥
জঙ্গোত্ৰি নামত কুণ্ড চত্ৰৰ আকাৰ।
হৰি বৰিষৰ ইটো গঙ্গাৰ নগৰ॥ ১১৪
তাহাক পাইলন্ত গৈয়া পাণ্ডুৰ সন্তান।
ভ্ৰাতৃ ভাৰ্য্যা সমে ৰহিলন্ত সেহি দিন॥

প্ৰভাতে উঠিয়া স্নান কৰি বিধিব্ৰতে।
উত্তৰ দিশক লাগি চলিলা সমস্ত ॥ ১১৫
মানুষৰ সমাগম তাত নাহিকন্ত।
অৰণ্যে অৰণ্যে পশি পাণ্ডৱ জাহন্ত ॥
এহিমতে বহুপথ চলিয়া গৈলন্ত।
নৈশেধ নামত সীমা দণ্ডক পাইলন্ত ॥ ১১৬
সহস্ৰ যোজন যুড়ি ঊৰ্দ্ধক যে আছে।
পাণ্ডৱ ৰহিলা সেহিদিন তাৰ কাছে ॥
ফলাহাৰ কৰি তাত ৰজনী বঞ্চিলা।
স্নান কৰি নৈষধত সবেও উঠিলা ॥ ১১৭
কৃষ্ণৰ কৃপাত সীমাদণ্ড পাৰ হৈল।
ইলাবৃত্ত নামে বৰিষক গৈয়া পাইল ॥
সুবৰ্ণ সদৃশ ভূমী দেখি বিটোপন।
তাহাত ৰহিলা ৰাজা পাছে সেহিদিন ॥ ১১৮
পৰদিনা চলি জান্ত উত্তৰক মুখে।
ভক্তিৰ প্ৰভাবে নিপীড়য় একো দুখে ॥
সৌমাৰক নামে বন আছন্ত শিবৰ।
প্ৰবেশিলে নাৰীহৱে শাপত দেৱৰ ॥ ১১৯
তাহাক দক্ষিণে এড়ি জান্ত নৃপবৰ।
কতো দূৰে দেখিলন্ত মেৰু গিৰিবৰ ॥
তৈৰ পৰা জল আসি পড়িয়া তলত।
চত্ৰৰ আকাৰ হৈয়া ৰহিছে তহিত ॥ ১২০

কুণ্ড এক গোটা হৈয়া আছে বিচক্ষণ।
অলকা নগৰ তাক বোলে সৰ্ব্বজন ॥
স্নান পান কৰি তাত ৰৈয়া সেহিদিন।
প্ৰভাতে উঠিয়া পাছে কৰিলা গমন ॥ ১২১
সুপাৰ্শ্বক নামে ঢোকা দক্ষিণ দিশৰ।
পাণ্ডৱ উঠিলা গৈয়া তাহাৰ উপৰ ॥
অযুত যোজন পথ ঊৰ্দ্ধ যুড়িচয়।
তাত উঠিবাক কিবা মনুষ্যে পাৰয় ॥ ১২২
বৈশম্পায়ন বদন্তি শুনিয়ো জন্মিজয়।
যমৰাজা সেহিস্থানে কৰন্ত আপায় ॥
নিদ্ৰাক সম্বুধি বুলিলন্ত যমৰাই।
প্ৰথমতে দ্ৰৌপদীক তই ধৰ জাই ॥ ১২৩
তান পাছে ধৰ আৰো জৰ্দ্ধঞ্জ দোভাই।
ভালমতে ধৰিবিহি ভীম ধনঞ্জয় ॥
চতুৰ্থ প্ৰহৰ বেলি মোৰ বচনত।
নিদ্ৰায়ে পিড়ীত হতে থাকোক পৰ্ব্বত ॥ ১২৪
এই হেতু তেসে জান আসি আছো আমি।
ভালমতে নিদ্ৰাতুৰ কৰিয়োক তুমি ॥
এহি বুলি পূৰ্ব্বমতে হৈল কুন্তা খানি।
নমনিলা পাঞ্চোভাই সমে যাজ্ঞসেনী ॥ ১২৫
ধৰ্ম্মৰ বচনে নিদ্ৰা তেতিক্ষণে গই।
প্ৰথমতে দ্ৰৌপদীক ধৰিলন্ত জাই ॥

নিদ্ৰায়ে পিড়িলা দেবী ভৰি নচলয় ।
জ্ঞানহীন হুয়া কৃষ্ণা তাহাত পৰয় ॥ ১২৬
হেন দেখি ভীমসেনে ৰাজাত কহিল ।
ৰাজা বোলে নজানোহো কি দোষে পড়িল ॥
একান্ত ভকতি কৃষ্ণ চৰণে কৰিলা ।
পতিব্ৰতা গুণে দেবী সদাই আছিলা ॥ ১২৭
কিন্তু স্নেহ কৰিছিল অৰ্জ্জুনত বৰ ।
আত কৰি দোষ নেদেখোহো দ্ৰৌপদীৰ ॥
বিধিৰ লিখন কোনে গুছাইবে পাৰন্ত ।
এতহন্তে সহদেব কুমৰো পৰন্ত ॥ ১২৮
পৰিবাৰ দেখি ভীমে বচন বুলিল ।
সহদেব ভাই দদা এথাত পৰিল ॥
যুধিষ্ঠিৰে বোলে দোষ নেদেখোহো মনে ।
সৰ্ব্বকালে ভক্তি আছে কৃষ্ণৰ চৰণে ॥ ১২৯
সবাত কৰিয়া শ্ৰেষ্ঠ আছিল পণ্ডিত ।
সেহি গৰ্ব্ব দোষ বিনে নেদেখোহো আত ॥
তাত পাছে পৰিলন্ত নকুল কুমাৰ ।
নকুল পড়িল দদা বোলে বৃকোদৰ ॥ ১৩০
ৰাজা বোলে নেদেখোহো দোষৰ কাৰণ ।
ভকতি কৃষ্ণৰ পাৱে কৰে শুদ্ধমন ॥
গুণবন্ত গুণ গৰ্ব্ব বিনে দোষ আৰ ।
নেদেখোহো আন একো দোষ যে ইহাৰ ॥ ১

নিদ্ৰায়ে পীড়িত হৈয়া অৰ্জ্জুনো পড়িল ।
কৈকে জাহা দদা বুলি ৰাজাত কহিল ॥
ত্ৰৈলোক্যৰ নাথ যিটো দৈবকী নন্দন ।
অভিন্ন আছিল দেখো সহিত অৰ্জ্জুন ॥ ১৩২
কি কৰিবে পাৰে দোষে আপুনি সামৰ্থ ।
কোন দোষে পড়িলন্ত কহিয়োক পাৰ্থ ॥
ৰাজা বোলে দেখো বাপু আশ্চৰ্য্য ইসব ।
নৰ নাৰায়ণ বুলি কহে ব্যাসদেৱ ॥ ১৩৩
আপুনিয়ো দেখি আছো মহিমা অপাৰ ।
যি সব বিক্ৰম তান নোহে মনুষ্যৰ ॥
ধনুৰ্দ্ধৰ গৰ্ব্ব বিনে নাহিকয় আন ।
তাত পৰে নেদেখোহো দোষৰ কাৰণ ॥ ১৩৪
পুনৰ্বপি ভীমসেনে বুলিলা ৰাজাক ।
কোন দোষ মোত আছে দদা কহিয়োক ॥
ৰাজা বোলে বাপু তোৰ দোষ আছে এক ।
বহুত ভোজন কৰা নিদিয়া লোকক ॥ ১৩৫
এহি খানি দোষ গাৱে তোমাৰ আছয় ।
কৃষ্ণৰ সেবাত সিও গুছিবে পাৰয় ॥
এতহন্তে নিদ্ৰাৱলী ভীমকো ধৰিল ।
অধোমুখ কৰি বীৰ তথাতে পড়িল ॥ ১৩৬
একেশ্বৰ হৈল পাছে ৰাজা যুধিষ্ঠিৰ ।
কেৱলে লগত মাত্ৰ আছয় কুকুৰ ॥

নিদ্রায় পীড়িত হৈয়া পৰ্ব্বতে পড়িল।
ৰাজা বোলে ভাই ভাৰ্য্যা পৰাণ এড়িল ॥ ১৩৭
ধৰ্ম্মৰ কপট তাক বুজিতে নাপাৰি।
নিদ্ৰাৱলী ধৰি আছে অধোমুখ কৰি ॥
শ্বাশ নিশ্বাসকো সেহি হেতু নেদেখিলা।
শোকাগ্নি লাগিয়া গাৰে বিলাপ কৰিলা ॥ ১৩৮
হৰি হৰি যাজ্ঞসেনী দ্রুপদ দুহিতা।
জগত প্ৰখ্যাত তুমি শান্তি পতিব্ৰতা ॥
সমস্তে সুখৰ ঘৰ আছিল আমাৰ।
কতনো বৰ্ণাইবো আমি গুণক তোমাৰ ॥ ১৩৯
ক্ষেণেকো নেৰিলা সদা আমাক বনত।
পড়িয়া ৰহিলা তুমি সুপাৰ্শ্ব পৰ্ব্বত ॥
হাহা বাপু সহদেব কনিষ্ঠ কুমাৰ।
কোনে বৰ্ণাইবাক পাৰে গুণে পণ্ডিতৰ ॥ ১৪০
সৰ্ব্বকালে গৌৰৱতা আছিল আমাত।
অধোমুখে পড়িৰৈলা এহি পৰ্ব্বতত ॥
হৰি হৰি প্ৰাণ ভাই নকুল সুন্দৰ।
ৰষিক নাগৰ গুণ আছিল তোমাৰ ॥ ১৪১
পিতৃ সম কৰি মোক কৰিলা আদৰ।
পৰিয়া ৰহিলা বাপু পৰ্ব্বত উপৰ ॥
কোথা গৈলা ধনঞ্জয় কুলেৰ নন্দন।
লোকে বোলে কৃষ্ণ পাৰ্থ নৰ নাৰায়ণ ॥ ১৪২

বিশেষত দেখিয়াছো বিক্রম প্রবল।
কটাক্ষতে কম্পমান দেবতা সকল॥
সংহাৰক শক্তি আছে ৰুদ্ৰৰ গাৱত।
বাহুবলে জিনিলাহা তাঙ্কো সমস্ত॥ ১৪৩
পূৰ্ব্বে সঞ্জয়ৰ আগে কৃষ্ণে আছে কেই।
কদাচিতো নেড়িবোহো সখি ধনঞ্জই॥
তেন ধনঞ্জয় আছে পৰ্ব্বততে পড়ি।
ঈশ্বৰৰ ইচ্ছা কোনে বুজিবাক পাৰি॥ ১৪৪
হাহা বাপু বৃকোদৰ দুঃখৰ সহাই।
কতনো বৰ্ণাইবো বাপু তোৰ গুণচই॥
জোগৃহ সাজিয়া পুৰি মাৰিবে ধৰিলা।
বোকা কৰি লৈয়া তাতো আমাক ৰাখিলা॥ ১৪৫
অযুত হস্তীৰ বল আছিল তোমাৰ।
পড়িয়া ৰহিল বাপ পৰ্ব্বত উপৰ॥
একেশ্বৰ কৰি মোক কিবা কৰে হৰি।
ইহাৰ লগত কিয় মোক নেনে মাৰি॥ ১৪৬
মেৰুৰ মূলৰ পৰা চাৰি ধাৰা হৈয়া।
চৌদিশে পৰ্ব্বতো পৰে গঙ্গা আছে বৈয়া॥
সেহি গঙ্গাজলে ৰাজা কৰিলন্ত স্নান।
ভ্ৰাতৃ-ভাৰ্য্যা শোকে ভৈল দগধ পৰাণ॥ ১৪৭
শোকে দুখে নৃপবৰে গমন কৰিল।
লাসে লাসে গৈয়া পাছে সুপাৰ্শ্ব চড়াইল॥

শ্বানৰূপে যমৰাজা চলন্ত পাছত।
দুয়োজাই আৰোহিলা গৈয়া যে মেৰুত ॥ ১৪৮
মেৰুত আছয় পথ দুৰ্গম দেবৰ।
অহাজোয়া কৰে তাত দেব নিৰন্তৰ ॥
মনুষ্যৰ সমাগম নাহিকয় তাত।
ভক্তি বলে যুধিষ্ঠিব উঠিয়া জাহন্ত ॥ ১৪৯
ৰাজাৰ পাছত চলে ধৰ্ম্ম কুত্তা গুতি।
খানিকো নপৰে পাছ জান্ত লগে উঠি ॥
সেহিবেলা পুৰন্দৰে বিপ্ৰবেশ ধৰি।
উপস্ত্ৰব পৰা খেদি আসে ক্ৰোধ কৰি ॥ ১৫০
হাতত ধৰিয়া শেল আগক উচ্চাই।
খোৱ আসি লাগ ধৰিলন্ত সেই ঠাই ॥
ৰাজাক চাহিয়া বিপ্ৰে বোলন্ত বচন।
অযুগুত কাৰ্য্য তুমি কৰা কি কাৰণ ॥ ১৫১
অপবিত্ৰ কুত্তা ইতো কিয় আছা আনি।
ব্ৰহ্মাৰ বচনে আক মাৰো আজি হানি ॥
দেবতাৰ পথ ইটো পৰম পবিত্ৰ।
কুকুৰ উঠিল পথ হৈল অপবিত্ৰ ॥ ১৫২
নানাবিধ যোগ যাগ কৰি যজ্ঞচয়।
তথাপিতো এহিপথে গতি নাহিকয় ॥
মৰ্য্যাদা গুছিল আৰু সবে দেবতাৰ।
এহি বুলি ধৰিলন্ত মাৰিবে কুকুৰ ॥ ১৫৩

ৰাজাৰ বচনে কুত্তা সাবতি ধৰিল ।
দেখি যুধিষ্ঠিৰ ৰাজা বিপ্ৰক বুলিল ॥
নামাৰা নামাৰা গুৰু ক্ৰোধ দূৰ কৰ ।
কদাচিতো নেড়িবোহো মই যে কুকুৰ ॥ ১৫৪
ভাই ভাৰ্য্যা সবে মোক এড়িল ইহাত ।
এহিখানি কুত্তা মোৰ আছয় লগত ॥
যৈতে ৰহো তৈতে ৰহে দূৰক নজাই ।
এনয় জনক এড়িবোহো কেনে মই ॥ ১৫৫
আৰু যি কহিলা ইটো অপবিত্ৰ জন ।
সবে ব্ৰহ্মঅংশী জীব নাহি ভিন্ন ভিন্ন ॥
এহি বুলি কুকুৰক ধৰিলা চপাই ।
হানিবাক লাগি বিপ্ৰে চলক নপাই ॥ ১৫৬
ৰাজাক বোলন্ত বিপ্ৰে বচন শুনাই ।
এড়া এড়া কুত্তা হেৰা তুমি মহাৰাই ॥
ব্ৰহ্মাৰ বচনে কুত্তা মাৰিবোহো আনি ।
কি কাৰণে কুত্তা হানিবাক নেদা তুমি ॥ ১৫৭
ৰাজা বোলে বিপ্ৰবৰ শুনিও বচন ।
কুত্তাৰ কাৰণে হেৰা দিলো মোৰ প্ৰাণ ॥
শেলহানি মোক আগে কৰিও নিধন ।
জিবোমানে নেড়িবোহো সেবকিয়া জন ॥ ১৫৮
ৰাজাক বুজাই বিপ্ৰে বুলিলন্ত পুনু ।
এহি পথে যোগ্য নহে এহি কুত্তা তনু ॥

তুমি কৰিয়াছা ভক্তি কৃষ্ণৰ চৰণ।
যোগ যাগ ব্রত কৰ্ম্ম আৰু নানা দান ॥ ১৫৯
ইসবৰ ফলে এহি পথত গমন।
পাপকাৰি কুত্তা ইটো আনা কি কাৰণ ॥
ৰাজা বোলে গুৰু মোৰ বাণি শুনিয়োক।
অৰ্দ্ধখানি পুণ্য মোৰ দিলো কুকুৰক ॥ ১৬০
বিপ্রে বোলে ভাই ভাৰ্য্যা সবাকে এড়িলা।
কি কাৰণে অৰ্দ্ধপুণ্য কুকুৰক দিলা ॥
ৰাজা বোলে দিলো পুণ্য যিহেতু অৰ্দ্ধেক।
এহি পথে চলিবাৰ আৰ যোগ্য হোক ॥ ১৬১
আৰু যি কহিলা ভ্ৰাতৃ ভাৰ্য্যাক এড়িবে।
কালৰ অধীন চৰাচৰ জানা সবে ॥
এহিমতে নৃপতিক ভঙ্গাইবে নপাৰি।
যম ইন্দ্ৰ দুয়ো পাছে চদ্ম মায়া এড়ি। ১৬২
নিজ বেশ ধৰি দুযো ৰাজাক বোলয়
ভালেতো হোৱন্তুবশ্য কৃষ্ণ কৃপাময় ॥
কোনে বৰ্ণাইবাক পাৰে তোমাৰ যে গুণ।
কুকুৰৰ অৰ্থে আড়িলাহা নিজ প্ৰাণ ॥ ১৬৩
যমৰাজা বোলে পাছে প্রশংসা বচন।
সাধু সাধু যুধিষ্ঠিৰ কুলেৰ নন্দন ॥
তযু পীতামহগণ গৈলা এহিপথে।
তুমিও চলিয়া জাহা চড়ি দিব্য ৰথে ॥ ১৬৪

যিহেতু ভুতক দায়া কৰিছা সদাই।
এতেকে স্বৰ্গৰ সুখ ভুঞ্জিবে লাগই ॥
পূৰ্ব্বে দৈত্যসৰোবৰে পৰীক্ষা কৰিলো।
সিকালে তোমাক লাড়িবাক নপাৰিলো ॥ ১৬৫
ইবাৰ আসিলো মই শ্বানৰূপ ধৰি।
তথাপিতো মতি তযু লাৰিতে নপাৰি ॥
এতহন্তে মাতলিও ৰথ আনিলন্ত।
ইন্দ্ৰদেৱে হাতে ধৰি ৰথে তুলিলন্ত ॥ ১৬৬
যম ৰাজা বোলে চলা শুনা দেবৰাজ।
ইন্দ্ৰে বোলে চলা তুমি সাধিবোহো কাজ ॥
এহি বোলা বোলি কৰি যম ৰাজা গৈলা।
ইন্দ্ৰ সমে যুধিষ্ঠিৰ স্বৰ্গক চলিলা ॥ ১৬৭
বায়ুতো অধিক ৰথ ডাকন্ত মাতলি।
লক্ষ প্ৰহৰৰ পথ দণ্ডে গৈলা চলি ॥
এহি মতে স্বৰ্গপুৰ পাইলা যুধিষ্ঠিৰ।
জয় জয় যুধিষ্ঠিৰ ঘোষে নিৰন্তৰ ॥ ১৬৮
ৰথৰ নামিয়া ইন্দ্ৰে সিংহাসনে বসি।
অৰ্দ্ধাসন এড়ি দিলা ৰাজাক হৰিষি ॥
যুধিষ্ঠিৰে দেখিলন্ত সভাত সমস্ত।
সিদ্ধ বিদ্যাধৰ ঋষি মুনি দেব যত ॥ ১৬৯
দেখিলন্ত দুৰ্য্যোধন সমে শত ভাই।
আপোনাৰ পাঞ্চ ভাই চান্ত মহাৰাই ॥

কৈতো নেদেখিয়া ৰাজা পুচিলা ইন্দ্ৰত।
কহিয়োক মোৰ ভ্ৰাতৃ সব আছে কৈত ॥ ১৭০
মনে বোলে ইন্দ্ৰে সাধিবোহো যমকাজ।
ৰাজাক স্বনাই বুলিলন্ত দেবৰাজ ॥
তব ভাতৃগণ হেৰা নাহি মোৰ স্থান।
আপোনাৰ দোষে গৈল যমেৰ ভবন ॥ ১৭১
শুনি যুধিষ্ঠিৰে ক্ৰোধে বুলিবে লাগিল।
দেবৰ সভাৰ ইতো ধিক্কাৰ ৰহিল ॥
মহাপাপ কৰি দুৰ্য্যোধন দুৰাছাৰ।
শত ভাই লই থাকে সভাত দেৱৰ ॥ ১৭২
মোৰ চাৰি ভাই সুদ্ধ সত্যা কলেবৰ।
একান্ত ভকতি কৰি আছিল কৃষ্ণৰ ॥
যজ্ঞ মণ্ডপত জাত দ্ৰুপদ কুমাৰী।
কৃষ্ণৰ চৰণে ভক্তি নিতে আছে কৰি ॥ ১৭৩
হেন ভাই ভাৰ্য্যা গৈলা যমেৰ কৰলে।
তৈকে লাগি জাইকে মই নাথাকো ইস্থানে ॥
তাসম্বাৰ যেহি স্থান মোৰো সেহি ঠাই।
অন্যত্ৰ লোকক মোৰ ইচ্ছা জাৰে নাই ॥ ১৭৪
যমেৰ নগৰে নিয়া আমাক থৈয়োক।
এহি মানে কৃপা দেৱৰাজে কৰিয়োক ॥
ৰাজাৰ বচন শুনি সহস্ৰ লোছন।
মাতলিক চাই পাছে বুলিলা বছন ॥ ১৭৫

ৰাজাৰ লগত ৰথ সমে তইলৰ।
জৈকি জাইব খোজা তুমি বচন যে মোৰ ॥
ইন্দ্রৰ বছনে ৰথ সাজ্জি তেতিক্ষণ।
যুধিষ্ঠিৰ নৃপতিক বুলিলা বছন ॥ ১৭৬
এহি ৰথে উঠিওক ধৰ্ম্ম নৃপবৰ।
যদি জাইবে খোজা তুমি যমেৰ নগৰ ॥
মাতলিৰ কথা শুনি পাছে নৰনাথ।
ইন্দ্রত বিদায় কৰি উঠিলন্ত ৰথ ॥ ১৭৭
মাতলি ডাকিল ৰথ বায়ু সম গতি।
নিমিষে এড়াইল গৈয়া পুৰি অম্রাবতী ॥
স্বলোক এড়ায়া পাছে ভুবলোকে স্থিতি।
তাকো এড়ি জাই ৰথে পাইল বসুমতী ॥ ১৭৮
মহী এড়ি গৈয়া দ্রুতে প্রবেশ অতল।
অতল পুৰক এড়ি পাইলন্ত বিতল ॥
তাকো এড়ি পাইল যাই সুতল নগৰি।
তাক যোই পাইলন্ত যে তলাৰ্ত্তন পুৰি ॥ ১৭৯
কতোক্ষণে গৈয়া আৰু পাইলা মহাতল।
তাক এড়ি চলি যাই পাইল ৰসাতল ॥
ইন্দ্রক সাৰথি ৰথে সুজান প্রবল।
তাত পাছে প্রবেশিলা পুৰ যে পাতাল ॥ ১৮০
সাতো পাতালৰ তল জলৰ উপৰ।
সন্ধমণী নামে সিতো যমেৰ নগৰ ॥

তাহাত প্ৰবেশ ৰথ কৰিলন্ত নিয়া।
দক্ষিণ দুৱাৰে পাছে জাহান্তে চলিয়া ॥ ১৮১
দেখিলন্ত বহুবিধ নৰকৰ স্থান।
ৰৌৰব পুন্নাম আৰু বিন্মত্ৰ প্ৰদান ॥
সুচিছ মুখ কাকমুখ নৰ্কৰেত সব।
ব্ৰহ্মাঘ্ন কৃতঘ্ন আছে চন্দ্ৰ দিবাকৰ ॥ ১৮২
পাপ নাম ধৰি নৰ্ক পাতিয়া আছয়।
চাৰি কুড়ি চাৰিধিক লেখত হৱয় ॥
যোজন প্ৰমাণ বল একো একো খল।
তাহাত পড়িয়া আছে পাপ কৰি গল ॥ ১৮৩
আৰাৱ কৰিয়া থাকে নাহি পৰিত্ৰাণ।
তাক দেখিলন্ত পাছে ধৰ্ম্মৰ সন্তান ॥
মাতলীক বোলে ৰত ৰাখিয়ো এথাত।
প্ৰাণীৰ দেখিয়া দুখ নধৰয় চিত্ত ॥ ১৮৪
ৰজাৰ বচনে তাত জন্মিলন্ত ৰথ।
ৰথৰ নামিয়া বসিলন্ত নৰনাথ ॥
যেখনে বসিয়া তাত ধৰ্ম্ম নৃপবৰ।
চয় খান নৰ্ক গুছিলন্ত সমুদাই ॥ ১৮৫
ফুটিল কমল বহে মলয়া পবন।
বংশ হংস হৈয়া স্বৰ্গে চলে নৰ্কিগণ ॥
যমৰ নগৰ খল ভৈল তোল পাৰ।
ৰাজ হংস হৈয়া স্বৰ্গে চলে নৰ্কিয়াৰ ॥ ১৮৬

যম ৰাজা বোলে চিত্ৰগুপ্ত মাতি আন।
এত হন্তে কাল কৃষ্ণ দূতে দিলা জান ॥
শুনিয়োক ধৰ্ম্মৰাজা আমাৰ ঈশ্বৰ।
আসি আছে তযুপুত্ৰ ধৰ্ম্ম যুধিষ্ঠিৰ ॥ ১৮৭
চয়খান নৰ্ক গুছিলন্ত সমুদাই।
দিব্য সৰোবৰ হুয়া আছে সেহি ঠাই ॥
দুৰ্গন্ধি গুছিয়া তাত মলয়া বহয়।
ৰাজ হংস হৈয়া তাৰ নৰ্কি আছে গৈই ॥ ১৮৮
আৰু খানিতেক মানে যদি বা থাকই।
তোমাৰ পুৰত পাপি কেহো না থাকই ॥
দুতৰ বচন শুনি পাছে যম ৰাই।
যথা যুধিষ্ঠিৰ আছে গৈলা সেহি ঠাই ॥ ১৮৯
দেখন্ত বসিয়া আছে সৰোবৰ তীৰে।
নানাবিধ পুস্প ফুলি আছে নিৰন্তৰে ॥
কোকিলৰ কুহুধ্বনি মলয় বহয়।
সুগন্ধ সুৰভি গন্ধে জগত ব্যাপয় ॥ ১৯০
হেনয় প্ৰভাব দেখি পৰম বিস্ময়।
মাথাত চুম্বন দিয়া সাবতি ধৰয় ॥
কোলাত বৈসাই পাছে বুলিলন্ত বাক।
সাধু সাধু পুত্ৰমই জন্মাইলো তোমাক ॥ ১৯১
পূৰ্ব্ব জন্মে কুন্তি বহু তপ আছৰিল।
সেহি হেতু গৰ্ভে বাপু তোমাক ধৰিল ॥

ইহাত থাকি যে জোগ্য নোহয় তোমাৰ।
ফিৰি চলিয়োক বাপু বচনে আমাৰ ॥ ১৯২
হেন শুনি যুধিষ্ঠিৰে বোলন্ত বচন।
কৈত আছে কহিয়োক ভাৰ্য্যা ভ্ৰাতৃগণ ॥
তাঙ্ক নেদেখিয়া মোৰ আকুলিত মন।
শিঘ্ৰে কহিয়োক পিতৃ দেখোহো নয়ন ॥ ১৯৩
এহি বুলি ৰহিলন্ত ধৰ্ম্ম যুধিষ্ঠিৰ।
দুই নয়নৰ পৰা বহি জান্ত নিৰ ॥
দেখিয়া পুত্ৰৰ শোক পাছে যমৰাই।
মাতলী সহিতে গৃহে ৰাজাক লৈ জাই ॥ ১৯৪
সুবৰ্ণৰ যোগ্যাসনে বৈসাইলন্ত নিয়া।
পৰমান্ন পঞ্চামৃত আগে আনি দিয়া ॥
বোলন্ত ভুঞ্জিয়ো বাপু নকৰ বিকল।
সাৰসেষে কহিবোহো কাহিনী সকল ॥ ১৯৫
যুধিষ্ঠিৰে বোলে পিতৃ আগে কৰা তুমি।
তাসম্বাৰ কথা শুনি ভুঞ্জিবোহো আমি ॥
প্ৰাণতো অধিক মোৰ চাৰিগুতি ভাই।
তাক নেদেখিয়া মোৰ শোকে প্ৰাণ যাই ॥ :
পুত্ৰৰ বিকল দেখি কহিবে লাগিলা।
মোহোৰ কাৰণে তুমি অসন্তোষ পাইলা ॥
বিশেষত দোষ নাই জানীবা আমাৰ।
কাৰণেষে হৈয়া আছে সকলে তোমাৰ ॥ ১৯

নানাবিধ কৰ্ম্ম কৰি আছা পৃথিবীত।
সেহি ফলে থাকিবাক লাগয় স্বৰ্গত ॥
কিন্তু অশ্বত্থামা বুলি আছা দ্ৰোণ স্থান।
সেহিঁ পাপে আসিবাক আমাৰ ভবনে॥ ১৯৮
এই দুইগুতি কাৰ্য্য খণ্ডাইবাক মনে।
কৰিলা গমন মই ইন্দ্ৰৰ যে স্থানে ॥
ইন্দ্ৰেসমে আলোছিয়া নিজোজন কৰি।
নিদ্ৰানগে লৈয়া মঞি শ্বানৰূপ ধৰি॥ ১৯৯
দ্ৰৌপদীৰ পাছে পাছে ফুৰিলো সততে।
জেখনে উঠিয়া গৈয়া সুপবৰ্ব পৰ্ব্বতে ॥
নিদ্ৰা কথা দেশ মই কৰিলো তেখনে।
দ্ৰৌপদীৰ গায়ে নিদ্ৰা ধৰিলা যতনে॥ ২০০
অধোমুখে দ্ৰৌপদীক পৰ্ব্বতে পেলাই।
সহদেব কুমাৰক ধৰিলেক যাই॥
নিদ্ৰাতুৰ হৈয়া তাত থাকিলেক পড়ি।
পাছে গৈয়া নকুলক নিদ্ৰাবলি ধৰি॥ ২০১
অধোমুখ কৰি সিতো পড়িল সিখানে।
তাত পাছে অৰ্জ্জুনক ধৰিলেক তানে॥
পাৰ্থক পেলায়া পাছে ভীমক ধৰিল।
পৰ্ব্বত উপৰে নিদ্ৰা ভীমেয়ো কৰিল॥ ২০২
এহিমতে পাঞ্চোজন নিদ্ৰায়ে পড়িল।
তুমি বোলা ভাতৃ ভাৰ্য্যা পৰাণ এড়িল॥

মহা অসন্তোষ কৰি উঠিলা মেৰুত ।
কুত্তা ৰূপ ধৰি মই চলিয়ো পাছত ॥ ২০৩
বিপ্ৰবেশ ধৰি ইন্দ্ৰে খেদিয়া মাৰিলা ।
তোমাক খেদিয়া মোক মাৰিবে ধৰিলা ॥
প্ৰাণ মাৰিলাহা তুমি কাৰণে কুত্তাৰ ।
নিজৰূপ ধৰি আগে ৰহিলো তোমাৰ ॥ ২০৪
অনেক প্ৰশংসা বাণি কৰিলা তোমাক ।
ৰথে তুলি ইন্দ্ৰদেৱে নিলেক স্বৰ্গক ॥
কৰ্ম্মফলে স্বৰ্গ সুখ কহিয়াছে বেদ ।
সেহি হেতু ইন্দ্ৰে নিলে কহিলা সম্ভেদ ॥ ২০৫
মোৰ স্থানে চলে বাদে ইন্দ্ৰে পাছি দিল ।
তাৰ কথা কহো বাপু শুনিয়ো সকল ॥
অশ্বথামা হত বুলি লাহা দ্ৰোণ স্থান ।
কিন্তু পাঠ নুশুনিয়া এড়িলন্ত প্ৰাণ ॥ ২০৬
সেহি পাপে আসিবাক লাগে মোৰ স্থান ।
আকে জানি বাপ নকৰিয়া অপমান ॥
বিশেষত কৰিলাহা কাৰ্য্য আপোনাৰ ।
বিমুখে মৰিল যত যুদ্ধে ভাৰতৰ ॥ ২০৭
সেহি সব আসিমোৰ আছিল নৰকে ।
দয়া দৃষ্টি চায়া তুমি উদ্ধাৰিলা তাকে ॥
তোমাৰ যশস্যা ৰৈল চন্দ্ৰ দিবাকৰ ।
দৃষ্টিতে নৰক গুছি হৈল সৰোবৰ ॥ ২০৮

ধন্য ধন্য কৃষ্ণ পাৱে ভকতি কৰিলো।
যিহেতু তোমাৰ আমি পিতৃ নাম লৈলা॥
নকৰা বিমন বাপু হুয়োক প্ৰসম।
তথু ভাই ভাৰ্য্যা মাৰিবাক পাৰে কোন॥ ২০৯
মেৰুত আছয় বাছা ভাৰ্য্যা ভ্ৰাতৃগণ।
মিছা নুহিকয় ইতো মোহোৰ বছন॥
হেন শুনি বুলিলন্ত ৰাজা যুধিষ্ঠিৰ।
শুনিয়োক পিতৃ মোৰ ধৰ্ম্ম কলেৱৰ॥ ২১০
তোমাৰ প্ৰসাদে পাপ গুছিল আমাৰ।
কতক বৰ্ণাইবো পিতৃ গুণক তোমাৰ॥
কিন্তু মনুষ্যৰ শোক জালাহা আপুনি।
ভাতৃ ভাৰ্য্যাশোকে জ্বলে হৃদয়ে অগনি॥ ২১১
আকে জানি পিতৃ মোক বিলম্ব নকৰি।
মাতলি সহিতে পাঞ্চিয়োক শীঘ্ৰ কৰি॥
চাৰি ভাই কৃষ্ণ সমে একত্ৰে বসিয়া।
পৰমান্ন পঞ্চামৃত ভুঞ্জিয়োছো নিয়া। ২১২
এহিমানে কৃপা কৰিয়োক পিতৃদেৱ।
এহি বুলি উঠি গৈয়া কৰিলন্ত সেৱ॥
পুত্ৰৰ দেখিয়া খেদ পাছে যমৰাই।
মাতলিক চাই তেতিক্ষণে যে বোলাই॥ ২১৩
শুনিয়ো মাতলি হেৰা বছন আমাৰ।
ভাতৃ ভাৰ্য্যা সঙ্গ কৰি থৈয়ো যুধিষ্ঠিৰ॥

পাছে চলি জাইবা তুমি অম্রাবতি পুৰ ।
ইন্দ্রত জনাইবা গৈ প্রার্থনা আমাৰ ॥ ২১৪
এহি বুলি যমৰাজা পুত্রৰ স্নেহত ।
পৰমান্ন ভৰি দিলা সুবর্ণ থালত ॥
পিতৃত অনুজ্ঞা লৈয়া ধর্ম্ম যুধিষ্ঠিৰ ।
উঠিলন্ত গৈয়া পাছে ৰথৰ উপৰ ॥ ২১৫
মাতলিয়ো ডাকিলন্ত উর্দ্ধমুখে ৰথ ।
বায়ুত অধিক্ক কৰি ধৰিলন্ত পথ ॥
বৈশম্পায়ণ বোলে শুনা পৰিক্ষিত সুত ।
কৃষ্ণ সমে চাৰি ভাই স্থি কৰিলা তাত ॥ ২১৬
চতুর্থ প্রহৰ বেলি আছিলা নিদ্রাত ।
নব্ব ঘটি নিশা গতে উঠিলা সমস্তে ॥
ক্রমে উঠিলন্ত সবে নিদ্রা পৰিহৰি ।
প্রথমতে উঠিলন্ত দ্রুপদ কুমাৰী ॥ ২১৭
সহদেব উঠিলন্ত তাত অনন্তৰ ।
তাত পাছে উঠিলন্ত নকুল কুমাৰ ॥
তিনিৰো পাছত উঠি বসিল অর্জ্জুন ।
অর্জ্জুনৰ পাছে উঠিলন্ত ভীমসেন ॥ ২১৮
এহিমতে পাঞ্চোজন পর্ব্বতে বসিয়া ।
যুধিষ্ঠিৰ নৃপতিক সঙ্গে নেদেখিয়া ॥
মহাশোকে চাৰি ভাই উঠিয়া তেখনে ।
বিছাৰ কৰিলা পর্ব্বতত স্থানে স্থানে ॥ ২১৯

একো স্থানে নৃপতিক বিছাৰি নাপাই।
দ্ৰৌপদী সহিতে গৈয়া হুয়া একেঠাই ॥
ভীমসেনে বোলে শুনিয়োক তিনি ভাই।
নৃপতিক বিছাৰিয়া ইহাত নপাই ॥ ২২০
কপত নিদ্ৰাত আত আমাক পেলাই।
দাদাক নিলন্ত জানা ধৰ্ম্মেশে নিশ্চয় ॥
একান্ত ভকতি কৰি আছে কৃষ্ণ পায়ে।
সশৰীৰে লৈয়া গৈল তাক সেহি ঠায়ে ॥ ২২১
হেন শুনি বুলিলন্ত জয়ঞ্জা দোভাই।
যি কহিলা ভীম দাদা স্বৰূপ হয়ই ॥
কেন মতে তাঙ্ক আমি পায়ো দৰশন।
উপায় কৰিয়ো সবে মোৰ হেন মন ॥ ২২২
ধনঞ্জয়ে বোলে শুনিয়োক মোৰ বোল।
প্ৰভাতে উঠিয়ো আমি মেৰুত সকল ॥
অহা জোয়া কৰি থাকে দেব নিৰন্তৰ।
ভূত ভবিষ্যত কথা জানয় সবাৰ ॥ ২২৩
পুছিবা সকলে কথা দেৱত দাদাৰ।
সেহি উপদেশে আমি কৰিবো বিছাৰ ॥
এহি আলোছিয়া ৰহিলন্ত সেহি ৰাতি।
মহাশোকে যাজ্ঞসেনী কান্দিলন্ত আতি ॥ ২২৪
হৰি হৰি ধৰ্ম্মৰায় মোৰ নিজ স্বামী।
সেবিবে নপাইলো আমি নাৰী অধোগামী ॥

সাক্ষাতে ধৰ্ম্মৰ মূৰ্ত্তি ধৰ্ম্মৰ নন্দন।
খানিকে নেৰন্তুসদা কৃষ্ণৰ চৰণ॥ ২২৫
লক্ষেক নৃপতি সেৱা কৰিয়া আছিল।
হেন ৰাই ৰাজ্যেশ্বৰ একেশ্বৰ হৈল॥
বলত ফুৰান্ত লগে ফুৰে চাৰি ভাই।
কাহাকো নাহিকে শঙ্কা মহিন্দ্ৰ পৰাই* ॥ ২২৬
দাসিভাবে জান্তি আমি আছিলা চৰণ।
আজিলা চৰণ জান্তিবেক কোন জন॥
পৰ্ব্বতে উঠন্তে গাৱে বহে ঘৰ্ম্মজল।
তাক দেখি টোলো মই বস্ত্ৰৰ অঞ্চল॥ ২২৭
কোনেনো কৰিব আজি ইসব যে কৰ্ম্ম।
মোহোৰ সমান কাৰ লাগিবেক মৰ্ম্ম॥
এহিমতে নানা ভাৱে কৰন্ত ক্ৰন্দন।
এত হন্তে হৈল আসি ৰজনী প্ৰসন্ন॥ ২২৮
চাৰিভাই কৃষ্ণাসমে কৰিলন্ত স্নান।
মেৰুত উঠিবে লাগি কৰিলা গমন॥
চয় দন্দ মাসে গৈয়া এড়াইলা পৰ্ব্বত।
পাছে উঠিলন্ত গৈয়া মেৰুৰ পথত॥ ২২৯
সত্য লোক পৰ্য্যন্তে মেৰুত আছে পথ।
সেহি পথে কৰে গতি দেৱতাৰ ৰথ॥

---

* ইন্দ্ৰৰ দৰে।

বিজন্দ্রিৰ বলে দেবে সবে কৰি ৰণ।
মেৰুৰ পথক চিনি আছয় অৰ্জ্জুন ॥ ২৩০
সেহি হেতু ধনঞ্জয় চলিল আগত।
জাজ্ঞসেনী চলি যাই তাহান পাছত ॥
তাক পাছে চলে দুই জয়ঞ্জা কুমাৰ।
পাছত জাহন্ত চলি বীৰ বৃকোদৰ ॥ ২৩১
এহি মতে উঠি গৈল দুতয় প্ৰহৰ।
মাতলি সহিতে ভুমি পাইলা যুধিষ্ঠিৰ ॥
মাতলিক চাই বুলিলন্ত ধৰ্ম্ম সুত।
ভাই ভাৰ্য্যা পৰি আছে ঢোকা পৰ্ব্বতত ॥ ২৩২
শিঘ্র কৰি নিয়ো ৰথ মোহোৰ বচনে।
ৰাজাৰ বচনে ৰথ নিলা তেতিক্ষণে ॥
বিছাৰ কৰিলা পৰিবাৰ থানে থানে।
তাহাত নাপাই বোলে ধৰ্ম্মৰ নন্দনে ॥ ২৩৩
মিছা কথা কৈয়া মোত ভান্দে দেবগণ।
নজানোহো কিবা দোষ কৰি আছোতান ॥
সেহিক্ষণে মাতলিও উৰ্দ্ধক চাহিলা।
ঋণি ২ মেৰুপথে পাঞ্চোকো দেখিলা ॥ ২৩৪
মাতলি বোলয় ৰাজা খেদ এড়া তুমি।
মেৰুৰ পথত হেৰা দেখি আছো আমি ॥
এহি বুলি সাৰথিয়ে ৰথক ডাকিলা।
নিমিষেকে গৈয়া সেই পথে আৰোহিলা ॥ ২৩৫

ঊৰ্দ্ধমুখ কৰি ৰথ ডাকন্ত মাতলি।
বায়ুত অধিক বেগে ৰথ জান্ত চলি ॥
এহিমতে গৈয়া পাছে চাপিল ওছৰ।
দ্ৰোপদী সহিতে চাৰি ভাই আপোনাৰ ॥ ২৩৬
মাতলি সহিতে ৰথে দেখি নৰৰাই।
ৰথে উঠি পাঞ্চোজনে ধৰিলন্ত জাই ॥
ৰাজাৰ চৰণে পড়ি কান্দিবে ধৰিলা।
আমাক এড়িবে তুমি কৈতনো আছিলা ॥ ২৩৭
শুনিয়োক সভাসদ ভাৰত চৰিত।
শ্ৰবণ কৰিলে পাপ হোৱয় দুৰিত ॥
কৃতাঞ্জলি কৰি বোলো শুনা বুধজন।
ক্ষমা কৰিবাহা মোক দেখিয়া দুস্মন ॥ ২৩৮
নমো নমো কৃষ্ণদেৱ মোৰ নিজ স্বামী।
জন্মে জন্মে ভব কৃত্য কৰিবোহো আমি ॥
কৃষ্ণৰ ক্ষেত্ৰক পদে কৰোক গমন।
হৰিভক্তগণ আসি দেখোহো নয়ন ॥ ২৩৯
দ্বিজ পৃথুৰামে বোলে মোৰ এহিকাম।
যমালয়ে সৰ্ব্বদাৰ্থ হৌক ৰাম ৰাম ॥

# ডুলড়ি ।

যুধিষ্ঠিৰ আৰু ভাই ভাৰ্য্যা সকলৰ পুনৰ্ম্মিলন ।

ৰাজাৰ চৰণে, ধৰি পাঞ্চজনে,
বোলন্ত কান্দি বচন ।
চেতন লভিয়া, তোমাক নপায়া,
ভৈলোহো আমি বিজ্ঞান ॥ ২৪০
পৰ্ব্বতত চাৰি, ফুৰিলো বিচাৰি,
দ্ৰৌপদীক তাত এড়ি ।
গিৰি গুহা যত, চাহিলোহো তাত,
হৃদয়ত খেদ কৰি ॥
তোমাক নাপাই, আসিলো ডুনাই,
হৈলো পাছে একেঠাই ।
পাছে সেহি ঠাই, বসি চাৰি ভাই,
কৰিলো এহি উপাই ॥ ২৪১
তোমাৰ বাৰ্ত্তাক, পুছিবে দেৱত,
মেৰুপথে কৰি গতি ।
দ্ৰৌপদীয়ো তাত, কান্দয় বহুত,
স্মৰি শোক মনে আতি ॥
ৰজনী প্ৰসঙ্গে, উঠি পাঞ্চোজনে,
আসি আছো এহি পথে ।
তোমাক এখনে, দেখিলো নয়নে,
মাতলি সহিতে ৰথে ॥ ২৪২

দেখি তযু মুখ, গুছিলক দুখ,
আনন্দে নধৰে হিয়া।
শুনি মহাৰাই, ধৰি চাৰি ভাই,
মাথাত চুম্বন দিয়া॥
দ্রৌপদীক ধৰি, অতি দায়া কৰি,
স্বহস্তে মাৰ্জিলা গাৱ।
দেবীৰ আগত, পৰমান থাল,
দিলা ৰাজা সেহি ঠাৱ॥ ২৪৩
বোলন্ত দ্রৌপদী, দিয়োক বিভাগি,
ভুঞ্জিয়া কহো বৃত্তান্ত।
ৰাজাৰ বচনে, দ্রৌপদী তেখনে,
সবাকে বাণ্টি দিলন্ত॥
দেবতাৰ অন্ন, কৰিয়ো ভোজন,
ভ্রম দুখ দুৰ হৈল।
দ্রৌপদীয়ো তাত, ভোজন কৰিল,
বস্ত্রে আৰ কৰি দিল॥ ২৪৪
পাছে যুধিষ্ঠিৰ, দিলন্ত উত্তৰ,
শুনিয়োক ভাতৃগণ।
এক এক কৰি, পৰ্ব্বতত পড়ি,
অধোমুখে পাঞ্চোজন॥
নে দেখিলা শ্বাস, মৃত কৰ বেশ.
নপাইলা একো উপাই।

শোকে ফুটে প্ৰাণ, কৰিলোহো স্নান,
মনত কৰি নিশ্চই ॥ ২৪৫
ভাই ভাৰ্য্যা মোৰ, এড়ি কলেৱৰ,
গৈলন্ত স্বৰ্গ পুৰক।
মই জাইবো খেদি, মেৰুপথে উঠি,
দেখিবো গৈয়া সবাক ॥
এহি বুলি মই, নথাকিলো ৰই,
উঠিলো পথে মেৰুৰ।
বিপ্ৰবেশে খেদি, পুৰন্দৰে আসি,
মাৰিবে খোজে কুকুৰ ॥ ২৪৬
তাহাক নিবাৰি, ৰাখিয়া উকৰি,
দিলো মোৰ নিজ প্ৰাণ।
পাছে মায়া এড়ি নিজ মূৰ্ত্তি ধৰি,
মোৰ আগে উপসন ॥
কুত্তায়ো গুছিয়া, ধৰি নিজ কায়া,
যম ৰাজা পিতৃ মোৰ।
মোহোক প্ৰশংসা, কৰি ধৰ্ম্মৰাজা,
গৈলা তান নিজপুৰ ॥ ২৪৭
পাছে পুৰন্দৰে, ৰথৰ উপৰে,
মোহোক তুলিলা নিয়া।
বিদ্যুত সঞ্চাৰে, গৈয়া তেতিক্ষণে,
স্বৰ্গক পাইলো হো গৈয়া ॥

দেখিলো সভাত, দেব অসংখ্যাত,
সিদ্ধ মুনি নিৰন্তৰ।
শত ভাই লইয়া, তাহাত বসিয়া,
দুৰ্য্যোধন নৃপবৰ॥ ২৪৮
তোৰ সমস্তক, নেদেখিয়া তাক,
পুছিলো মই ইন্দ্ৰত।
ইন্দ্ৰে বোলে ৰাজা, তযু ভাই ভাৰ্য্যা,
নাহিকে মোৰ স্থানত॥
দোষে আপোনাৰে, যমৰ নগৰে,
আছন্ত তাহাত পৈয়া।
বুলিলো ইন্দ্ৰক, তাহান সঙ্গত,
মোহোক তাহাতে থোৱা॥ ২৪৯
মোহোৰ বচনে, সহস্ৰ লোচনে,
মাতলিক আদেশীল।
ৰথে সমে তই, নৃপতিক লই,
সন্ধমনী পুৰে চল॥
যৈতেকে কৰে ইশ্চা, তৈতেকে লাগি নিবা,
বাধা নাহি একোস্থানে।
ইন্দ্ৰৰ বচনে, সাৰথিয়ে ৰথ,
আনিলন্ত তেতিক্ষণে॥ ২৫০
বিদায় ইন্দ্ৰত, কৰিয়া ৰথত,
উঠিয়া বুলিলো ডাক।

সুজান সাৰথি, ডাকিলন্ত ৰথ,
বায়ুত কৰি অধিক ॥
এহিমতে গৈই, সন্ধমণী পাই,
দেখিলো নৰক তাত ।
ভাৰত যুদ্ধত, হৰি বিমুখত,
পৰিছিল নৰকত ॥ ২৫১
সেহি নৰকৰ, বসিলো হোপাৰ,
নামিয়া মই ৰথৰ ।
পাছে নৰ্কচয়, গুচিয়া তাহাৰ,
ভৈল দিব্য সৰোবৰ ॥
তাৰ পাপী সব, হৈয়া ৰাজহংস,
স্বৰ্গপুৰে গৈল পাছে ।
তাহাক দেখিয়া, আসিল খেদিয়া,
ধৰ্ম্ম পিতৃ মোৰ কাছে ॥ ২৫২
মোক বোলে বাপ, থাকিবাৰ তোৰ,
নুহিকয় ইতোস্থান ।
মই বোলো পিতৃ, মোৰ ভাৰ্য্যা ভ্ৰাতৃ,
দেখিবো মই নয়ন ॥
তাহান সঙ্গত, ৰহিবো সতত,
মোহোৰ এহি সম্মত ।
তাহাক এড়িয়া, নাজাবো ফিৰিয়া,
কহিলো সত্যে তোমাত ॥ ২৫৩

পাছে দায়া ভাবে, মোক সেহি ঠাৱে,
প্রশংসা বহুবচন।
মাতলি সহিতে, ৰথ সমন্বিতে,
নিলে মোক গৃহে তান ॥
পৰম সাদৰে, পৰমান্ন আগে,
দিল মোক ভুঞ্জিবাক।
মই বোলো বাপ, সুভুঞ্জিবো আক,
নপায়া ভাই ভাৰ্য্যাক ॥ ২৫৪
পাছে ধৰ্ম্ম ৰাই, আমাক বুজাই,
কহিলা কথা সকল।
তোমাৰ নিদানে, আমাৰ কাৰণে,
হৈয়া আছে ইসকল ॥
কৰ্ম্মক বহুত, কৰিছা ভূমিত,
সেহি পুণ্যে স্বৰ্গ সুখ।
কিন্তু অশ্বত্থামা, যুদ্ধে বুলি আছা,
সেহি পাপে আত দুখ ॥ ২৫৫
এই দুই কাৰ্য্য, গুছাইবে তোমাৰ,
ইন্দ্ৰে সমে আলচিয়া।
কুত্তা ৰূপ ধৰি, তবনগে ফুৰি,
আছিলা নিদ্ৰাক লৈয়া ॥
ঢোকা পৰ্ব্বতত, উঠিলা সমস্ত,
আদেশীলো নিদ্ৰাবলি।

নৃপতিক এড়ি, পাঞ্চকো ধৰিবি,
চতুর্থ প্রহৰ বেলি ॥ ২৫৬
এক এক কৰি, নিদ্রা ক্রমে ধৰি,
অধোমুখে পেলাইনন্ত ॥
তযু ভাতৃ ভার্য্যা, বিশেষত জানা,
মাৰিবে কোনে পাৰন্ত ॥
একেশ্বৰ কৰি, স্বর্গ সঙ্কমণী,
ফুৰাইলো মই তোমাক ।
পাপ পুণ্য ফল, গুছিল সকল,
ক্রোধ নকৰিবা মোক ॥ ২৫৭
নিদ্রাৰ অঙ্কত, হৈলন্ত সমস্ত,
কৃষ্ণাসমে পাঞ্চোভাই ।
মাতলি সহিতে, গৈয়া এহি ৰথে,
এতিক্ষণে পাইবা জাই ॥
হেন শুনি মই, বুলিলো তুনাই,
মোহোক পাঞ্চিয়া দিয়া ।
সবেয়ো বসিয়া, ভুঞ্জিবোহো গৈয়া,
এহি পৰমান্ন নিয়া ॥ ২৫৮
'এহিখানি কৃপা, কৰিয়োক পিতা,
তান শোকে ফুটে প্রাণ ।
মোৰ বাণি শুনি, মাতলিক মাতি,
বুলিলন্ত তেতিক্ষণ ॥

চলিয়ো সত্বৰ, লৈয়া যুধিষ্ঠিৰ,
ভাই ভাৰ্য্যা নগকৰ।
সমস্তকে তুমি, থৈয়া ভাল কৰি,
পাছে জাইবা নিজপুৰ॥ ২৫৯
এহি বুলি মোক, বিদায় দিলেক,
উঠিলো ৰথ উপৰ।
বায়ুত অধিক, ডাকিলন্ত ৰথ,
সাৰথি সুজান বৰ॥
কতো বেলি আসি, চয়োতাল ভেদি,
প্ৰবেশিলো আসি ভুমি।
পৱিত অধিক, নেদেখিলো বলে,
নিৰুস্বাস ভৈলো আমি॥ ২৬০
মাতলিয়ে চাহি, এহি পথে দেখি,
কহিল পাছে আমাত।
মই বোলো ৰথ, শিগ্ৰ কৰি ডাক,
সবাকে দেখো হোতাত॥
মোৰ বচনত, ডাকিলন্ত ৰথ,
পবন সঞ্চাৰ কৰি।
আসি এহি পথে, পাঞ্চকো এথাতে,
দেখিলোহো নেত্ৰভৰি॥ ২৬১
পাঞ্চবো শোকত, মোৰ নাহি তত,
কি কৈবো মোহোৰ দুখ।

হৰাইবাৰ নিধি, যেন দিলে বিধি,
পাঞ্চৰো দেখিয়া মুখ ॥
এহি বুলি ৰাজা, ধৰি ভাই ভাৰ্য্যা,
আশ্বাসিল বাৰম্বাৰ।
কৃষ্ণা সমে চাৰি, ভাতৃ পাৱে ধৰি,
নমিলা আতি সাদৰ ॥ ২৬২
সেহি সময়ত, দ্ৰৌপদী বোলন্ত,
অজিজ্ঞাসে গৈলা এড়ি।
ওচৰ চাপিয়া, আমাক তুলিয়া,
নছাইনাহা ভাল কৰি ॥
শোকত তোমাৰ, গাৱে অগ্নি মোৰ,
লাগি পোয়ে সমুদাই।
সহদেৱে বোলে, শুনিয়ো দ্ৰৌপদী,
দদাক নেদিবা দাই ॥ ২৬৩
দেৱৰ কপট, বুজিবে তাহাক,
হঠাত পাৰয় কোন।
বিশেষত ৰণে, বিমুখ মৰণে,
তাৰিলাহা সেনাগণ ॥
পাছে ধনঞ্জয়, ৰাজাক, বোলয়,
শুনিয়ো দদা বচন।
মাতলি সহিতে, চৰি আমি ৰথে;
কৰোহো হেন্ধ গমন ॥ ২৬৪

মেৰুৰ মুলত, থৈয়া যে আমাক,
ৰথ নিব অম্রাবতি।
থাকিবো তাহাত, চিন্তিয়া কৃষ্ণক,
মোৰ লয়ে এহি মতি॥
অৰ্জ্জুনৰ বাণি, শুনি নৰৰাই,
মাতলিক বুলিলাহা।
মেৰু মুলে নিয়া, নমায়া যে থৈয়া,
নিজ স্থানে চলি যাহা॥ ২৬৫
শুনা নৰলোক, মুকুতি মিলোক,
শেষ কথা পাণ্ডবৰ।
কহে পৃথুৰাম, বোলা ৰাম ৰাম,
তৰিয়ো সবে সংসাৰ॥

---

## পাদ।

বৈশম্পায়ন বদতি শুনিয়ে নৰেশ্বৰ।
মাতলি শুনিয়া বাণী পাছে নৃপতিৰ॥ ২৬৬
চাবুকৰ বাৰ্ মাৰি ডাকিলন্ত ৰথ।
মন পবনৰ বেগে ধৰিলন্ত পথ॥
এহিমতে চলি যাই পাণ্ডৱ সকল।
কতোবেলি পাইলা গৈয়া পাছে মেৰু মুল॥ ২৬৭

দেখিলন্ত গৃহ তাত আছে অসংখ্যাত।
বত্রিস হাজাৰ পৰ হৱে বহুনত ॥
ভাগে ভাগে আছে গৃহ সৱে দেৱতাৰ।
মধ্যত আছয় গৃহ ডাঙ্গৰ ব্রহ্মাৰ ॥ ২৬৮
বিজন্দ্ৰ নামে ৰণ পাতিয়া তাহাত।
বৈদুৰ্য্যে খছিত সুবর্ণৰ মৃগ শত ॥
জ্যোতির্ম্ময় কৰে ব্রহ্মা সাজি দিবে তাত।
তাহাৰ প্রকাশে তম গুচয় সতত ॥ ২৬৯
যেহি বেলা দেবে সমে ব্রহ্মা মেল কৰে।
নৰলোকে মণ্ডলক দেখে নিৰন্তৰে ॥
আলছ কৰিয়া সবে চলে নিজ ঘৰে।
ভাগে ভাগে থৈয়া যাই ৰখিয়া সবাৰে ॥ ২৭০
ৰখিয়া সকলে দেখি অর্জ্জুনক বোলে।
ত্রিংশ কোটি দেৱতাক জিনিলা একলে ॥
ইবাৰ আসিছা দেখো নও পাও আশ।
কিবা শুভ কার্য্য কৰা কিবা সৰ্ব্বনাশ ॥ ২৭১
ধনঞ্জয় বোলে ভয় নকৰিবা কেৱ।
ইহাত থাকিবো আমি নাহি অপদ্রব ॥
এহি বুলি নামিলন্ত পাণ্ডব সকল।
মাতলিক বোলে তই অম্রাবতি চল ॥ ২৭২
কহিবা যে গৈয়া তুমি বার্ত্তাক ইন্দ্রত।
মেৰু মুল পাইলা আসি তাহান কৃপাত ॥

কৃষ্ণদেৱ লাগ আত নও পাও জেৱে।
কহিবা ইন্দ্ৰত আমি থাকিবোহো তাৱে ॥ ২৭৩
এহি বুলি মাতলিক বিদায় দিলেক।
মাতলিয়ো আশ্বাসিয়া পাছে পাণ্ডুৱক ॥
ৰথ ডাকিলন্ত দ্ৰুতে অম্ৰাবতি পুৰ।
কতো বেলি মানে গৈয়া প্ৰবেশিলা পুৰ ॥ ২৭৫
নমিনন্ত গৈয়া পাছে ইন্দ্ৰৰ চৰণ।
কৃতাঞ্জলি কৰিচাই বুলিলা বচন ॥
তোমাৰ বচনে আমি নৃপতিক লই।
যমৰ নগৰে পাছে প্ৰবেশীলো গই ॥ ২৭৫
তাহাত দেখিয়া ৰাজা পাপ কাৰিগণ।
নৰকৰ পাৰে নামি বসিলা তেখন ॥
দেখিলোহো নৃপতিৰ মহিমা ডাঙ্গৰ।
নৰক শুছিয়া তাত ভৈল সৰোবৰ ॥ ২৭৬
ৰাজ্ঞ হংস হৈয়া পাপী স্বৰ্গক আসিল।
আথে ৰেথে গৃহে আসি যমৰাজা নিল ॥
পৰমান্ন আনি দিলা ভুঞ্জিবে ৰাজাক।
ৰাজা বোলে পিতৃ মই নুভুঞ্জিবো আক ॥ ২৭৭
কৈত আছে ভাই ভাৰ্য্যা কৈয়ো শীঘ্ৰ কৰি।
তাহাক এড়িয়া আমি নাজাবোহো ফিৰি ॥
হেন শুনি যম ৰাজা কহিলা সকল।
তাক লাগি বাপু তুমি নকৰা বিকল ॥ ২৭৮

কৃষ্ণা সমে চাৰি ভাই আছে নিদ্ৰাকৰি ।
মোহোৰ আদেশে নিদ্ৰাবলি তাত ধৰি ॥
পাপ পুণ্য ফল আমি গুছাইলো তোমাৰ ।
জানিবাহা বাপু ইতো তযু উপকাৰ ॥ ২৭৯
নিদ্ৰাৰ মুকুত চাৰি ভাই যাজ্ঞসেনী ।
এতিক্ষণে গৈয়া তুমি দেখিবা আপুনি ॥
এহি বুলি যম ৰাজা দিলন্ত পাছিয়া ।
ৰথত তুলিয়া মই আসিলোহো লৈয়া ॥ ২৮০
মেৰু পথে ভাতৃ ভাৰ্য্যা পাইলন্ত আসিয়া ।
নৃপতিক ধৰিলন্ত ৰথত উঠিয়া ॥
অভ্যান্তৰ কথা সব কহিল সমস্ত ।
ভোজন কৰিলো সবে পৰমান্ন তাত ॥ ২৮১
পাছে বুলিলন্ত মোক যুধিষ্ঠিৰ ৰাই ।
মেৰু মুলে থৈয়ো মোক ৰথে সমে যাই ॥
ৰাজাৰ বচনে মই মেৰু মুলে নিয়া ।
কৃষ্ণাসমে পাঞ্চোজন আসিলোহো থৈয়া ॥
তোমাত কহিবে বুলি আছে ধনঞ্জয় ।
কৃষ্ণক নাপাও মানে থাকিবোহো তাৱে ॥
এহি বুলি মাতলিয়ে নিজ যে ৰহিল ।
চিত্ৰসেন গন্ধৰ্ব্বক ইন্দ্ৰে মাতি নিল ॥ ২৮৩
শুন চিত্ৰসেন তই বচন আমাৰ ।
মেৰুৰ মুলক শীঘ্ৰে চলিয়ো সত্বৰ ॥

পাণ্ডৱৰ পাঞ্চ ভাই দ্রৌপদী সহিতে।
অসন্তোষ মনে আসি আছয় তাহাতে॥ ২৮৪
বসন ভুষণ আৰু নানা অলঙ্কাৰ।
পৰমান্ন পঞ্চামৃত ভোজন সম্ভাৰ॥
কৃষ্ণ সিৱ নামে মানে থাকিব তাহাতে।
এহি সব দ্রব বস্তু দিবা ভাল মতে॥ ২৮৫॥
অহা জোৰা কৰি তুমি থাকিবা সততে।
থাকিবাৰ স্থান দিয়া মোহোব গৃহতে॥
চিত্রসেনে নমি পাছে ইন্দ্রৰ চৰণ।
সমস্তকে লৈয়া দ্রুতে কৰিলা গমন॥ ২৮৬
কতোক্ষণে গৈয়া পাছে পাইলা মেৰুমুল।
দেখিলন্ত গৈয়া পাছে পাণ্ডৱ সকল॥
পাঞ্চো ভাইক আস্বাসীয়া পাছে ৰঙ্গমনে।
বসন ভুষণ নিয়া দিলা জনে জনে॥ ২৮৭
যুধিষ্ঠিৰে বোলে আত নাহি প্রয়োজন।
কৃষ্ণক বচন মাত্র মোহোৰ বাঞ্চন॥
চিত্রসেনে বোলে শুনা আমাৰ বচন।
ইন্দ্রৰ বচন ৰাখি কৰা পৰিধান॥ ২৮৮
এহি স্থানে ব্রত কৰ্ম্ম একো নাহি কয়।
বাকলি বসন আত গুচাইবে নাগয়॥
চিত্রসেন গন্ধৰ্ব্বৰ শুনিয়া বচন।
সবাৰে গুচাইলা পাছে বাকলি বসন॥ ২৮৯

দেৱতাৰ পাঞ্চো বস্ত্ৰ কৰি পৰিধান।
পৰমান্ন পঞ্চামৃত কৰিলা ভোজন ॥
ইন্দ্ৰৰ গৃহত নিয়া থৈয়া চিত্ৰসেন।
অৰ্জ্জুনক বোলে সখি শুনিয়ো বচন ॥ ২৯০
তুমি সঙ্গে ৰঙ্গে ধঙ্গে পঞ্চম বৎসৰ।
দেখিয়া আছোহো মই মুৰ্ত্তি আনন্দৰ ॥
তোমাৰ বিমন দেখি নসহয় মন।
মোহোৰ সপত সখি হুয়োক প্ৰসন ॥ ২৯১
ধনঞ্জয় বোলে শুনা গন্ধৰ্ব্বৰ ৰাই।
কৃষ্ণক নেদেখি মোৰ দণ্ডে যুগ জাই ॥
চিত্ৰসেনে বোলে মই কৰিলা বিদায়।
ইন্দ্ৰৰ আজ্ঞাই পুনো আসিয়ো ইঠাই ॥ ২৯২
এহি বুলি চিত্ৰসেন গৃহে চলি গৈল।
দেব যোগ্য অলঙ্কাৰ দ্ৰৌপদী পিন্ধিল ॥
দেবাঙ্গ বসন পৰিধান কৰি তাস্ত।
অৰ্জ্জুনৰ সঙ্গ দেবী তিলেকো লড়স্ত ॥ ২৯৩
পূৰ্ব্বতো কৰিয়া স্নেহ ভৈল দশগুণে।
দ্ৰৌপদীকো দায়া সদা কৰন্ত অৰ্জ্জুনে ॥
জন্মেঞ্জয় বোলে গুৰু সংশয় মনত।
চাৰিতো কৰিয়া কিয় দায়া অৰ্জ্জুনত ॥ ২৯৪
অৰ্জ্জুনৰ দায়া কিয় বাঢ়িল দেবীত।
কহিয়োক মুণি মোত শান্ত হৌক চিত ॥

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
পাৰ্ব্বতি সহিতে বসি আছে মহেশ্বৰ॥ ২৯৫
কটিত বাঘৰ চাল সৰ্প অলঙ্কাৰ।
ভস্ম বিভূষিত গায়ে মাথে জটাভাৰ॥
নানাবিধ অলঙ্কাৰ গাত্রত দেবীৰ।
গৌৰাঙ্গ বদনি দেবী ৰূপে চমৎকাৰ॥ ২৯৬
এহিমতে দুয়োজন বসিয়া আছই।
গোলোকৰ নাথ কৃষ্ণ গৈল সেহি ঠাই॥
বত্রিস যে অলঙ্কাৰে শোভে কলেৱৰ।
কোটি সূৰ্য্য সম কান্তি প্ৰকাশ প্ৰভুৰ॥ ২৯৭
দেখি হৰে পাদ্য অৰ্ঘে পূজিল যতনে।
বৈশাইলন্ত নিয়া পাছে সুবৰ্ণ আসনে॥
কৃতাঞ্জলি কৰি আগে পুছিলন্ত হৰ।
মোৰ স্থানে কিয়া হেতু আসিলা ঈশ্বৰ॥ ২৯৮
কৃষ্ণে বোলে শুনিয়োক দেব শূলপাণি।
আগম কৰিয়া মোক ঢাকিয়ো আপুনি॥
হৰে বোলে কেনে দ্বেষ্য কৰিবো তোমাক।
অমোচন পাপে আসি গাৱে লাগিবেক॥ ২৯৯
কৃষ্ণ বোলে পাপ তাৰ কৰিবো নিবাৰ।
সকল দেৱৰ পূজা কৰিয়ো প্ৰচাৰ॥
হৰে বোলে তব আজ্ঞা কৰিবাক লাগে।
যেহি কি নোহোক ইতো কৰ্ম্ম মোৰ ভাগে॥ ৩০০

কিন্তু মই পৃথিবীত অবতাৰ ধৰি।
তিনি গোটা যজ্ঞ কৰি পূজিবোহো হৰি ॥
এহিমতে বোলা বুলি কৰি দুয়োজন।
পৰম আনন্দে বসি আছে সেহি স্থান ॥ ৩০১
পাৰ্ব্বতি কৃষ্ণৰ ৰূপ সুন্দৰ দেখিয়া।
মনে দেবী বৰিবাক খোজে তাঙ্ক গৈয়া ॥
বুজিলন্ত হৰে পাছে পাৰ্ব্বতিৰ মন।
দেবীক চাহিয়া হৰে বুলিলা বচন ॥ ৩০২
ত্ৰৈলোক্যৰ নাথ কৃষ্ণ সমস্তৰে পতি।
ইহাঙ্ক ভজিলে তুমি নাভাগাহা সতি ॥
স্বামীৰ বচন শুনি বৰ লজ্জা পাই।
শুনিয়োক হৰিহৰ মোৰ অভিপ্ৰাই ॥ ৩০৩
কামধেনু সাপ দিয়া আছে মোক খঙ্গে।
মই বোলো পাঞ্চ বৃষ লই ফুৰ সঙ্গে ॥
মোকো বোলে পাঞ্চ স্বামী তোৰো হৌক আই।
আকে জানি দুয়ো পাঞ্চজন হোয়া জাই ॥ ৩০৪
হেন শুনি কৃষ্ণ পাছে বুলিলা বচন।
কুৰুকুলে হৰ জাই হইবে চাৰিজন ॥
একজন হৈয়া মই তাহান সঙ্গত।
ভাৰ হৰিবোহো আমি কলিৰ যুগত ॥ ৩০৫
তুমিয়ো জন্মিবা গৈয়া যজ্ঞৰ বহ্নিত।
ৰাধাচক্ৰ কৰাইবাহা কৈয়া দ্ৰোপদত ॥

কেৱে নপাড়িব তাৰ মৎস্য ভেদিবাক।
মই গৈয়া মৎস্য ভেদি আনিবো তোমাক ॥ ৩০৬
বিবাহ কৰিবো পাঞ্চো তোমাক হৰিষে।
হৰক পাতিবো ৰাজা ভাৰত বৰিষে ॥
এহি বুলি কৃষ্ণদেৱ গড়ুলত চৰি।
প্রবেশীলা গৈয়া পাছে গোলোক নগৰি ॥ ৩০৭
পাছে কলিযুগে আসি পাণ্ডুৰ গৃহত।
সদাশিব জানিবাহা চাবিয়ো সাক্ষাত ॥
যুধিষ্ঠিৰ ভীম সহদেব যে নকুল।
নিজস্বামী কাৰণেসে মৎস্য নেভেদিল ॥ ৩০৮
জানিবা অৰ্জ্জুনে কৃষ্ণ মৎস্য ভেদনত।
দ্রৌপদী পাৰ্ব্বতি দেবী জানা স্বৰূপত ॥
যিহেতু পূৰ্ব্বতো চিত হয়াছে দেবীৰ।
সেহিহেতু অৰ্জ্জুনত স্নেহ ভৈলা বৰ ॥ ৩০৯
সংশয় নকৰা আত ই কথা থাকোক।
যেনমতে নয় ভৈল তাক শুনিয়োক ॥
অৰ্জ্জুনক এড়ি কৃষ্ণ আছে গোলোকত।
সামৰিবে কাল হৈল পড়িল মনত ॥ ৩১০
ৰাধিকাক বোলে শুনা বচন যে প্রিয়া।
পাযাণ সদৃশ দেখা আমাসাৰ হিয়া ॥
প্রাণতো অধিক মোৰ সখি ধনঞ্জয়।
তাহাঙ্ক এড়িয়া মই আছো এহি ঠায় ॥ ৩১১

অৰ্জ্জুনক এড়ি মই হৈয়া আছো ন্যুন ।
দুয়ো একে হৈলে জানা তেহে হও পূৰ্ণ ॥
এহি বুলি চাৰি পাৰিসদ সঙ্গে লৈয়া ।
গৰুড়ৰ কন্ধে কৃষ্ণ আৰোহণ কৈয়া ॥ ৩১২
কৈলাশ শিখৰে পাছে প্ৰবেশিলা গৈয়া ।
ডাক দিয়া বোলে হৰ লৱা সঙ্গে জায়া ॥
মেৰুমূলে আসি আছে পাণ্ডৱ সকল ।
তাহাঙ্ক সামৰি আনো আসিয়ো সকাল ॥ ৩১৩
কৃষ্ণৰ বচন শুনি হৰে তেতিক্ষণে ।
পাৰ্ব্বতি সহিতে উঠি বৃষভৰ যানে ॥
কৃষ্ণে সমে নগে পাছে কৰিলা গমন ।
মুহুৰ্ত্তে পাইলন্ত গৈয়া মেৰুমূল স্থান ॥ ১১৪
ডাক দিয়া কৃষ্ণে বোলে মেৰুমূল পাই ।
কৈত আছা ধনঞ্জয় প্ৰাণৰ ভৈয়াই ॥
পাৰ্ব্বতিৰ বাঞ্ছা আৰু ভাৰ হৰণৰ ।
এহিহেতু হৈয়া আছো দোষো অবতাৰ ॥ ৩১৫
মায়ায়ে মোহিত কৰি আছো চয়জন ।
তাতেসে মানুস বুলি মানি আছা মন ॥
কৃষ্ণৰ বচন চয় শুনিয়া অৰ্জ্জুন ।
জিলো জিলো বুলি নৰিনন্ত তেতিক্ষণ ॥ ৩১৬
পাছত নড়িলা চাৰি ভাই যাজ্ঞসেনী ।
সবেয়ো দেখিলা গৈয়া পাছে চক্ৰপানী ॥

শ্যামবৰ্ণ কলেৱৰ সুন্দৰ শৰীৰ।
ঝিকি মিকি কৰে গাৱে নানা অলঙ্কাৰ ॥ ৩১৭
বৃষভ উপৰে দেখিলন্ত মহেশ্বৰ।
ধবল ফটিক সম জলে কলেৱৰ ॥
গৌৰাঙ্গ বদনী দেৱী সঙ্গত তাহান ;
প্ৰত্যেকে দেখিলা গৈয়া এহি তিনিজন ॥ ৩১৮
দ্ৰৌপদী সহিতে পাছে জাই পাণ্ডুভাই।
কৃষ্ণৰ পাৱত পৰি ক্ৰন্দন কৰই ॥
ধনঞ্জয়ে বোলে মোক তিৰ্থক পাঞ্চিয়া ;
একেশ্বৰ কৰি কিয় আসিলা এড়িয়া ॥ ৩১৯
স্বপ্ন দেখি দ্ৰুতে খেদি গৈয়া দ্বাৰকাক।
সকলে কহিল বাৰ্ত্তা সাৰথি দাৰুক ॥
পায় কৰি গৃহ সাজি তিৰে শ্ৰাদ্ধ কৰি।
সমস্তকে লৈয়া চলিলোহো আজ্ঞা ধৰি ॥ ৩২০
ইন্দ্ৰপ্ৰস্থ নগৰৰ পাছে সমীপত।
গোপ ৰূপ ধৰি তুমি ওলাইলা তাহাত ॥
মোক চিনা নেদি তুমি পাতিলাহা ৰণ।
নাশিবাক খুজিলোহো তিনিয়ো ভুবন ॥ ৩২১
ব্ৰহ্মাৰ বচনে মই তোমাক জানিয়া।
তোমাক চিন্তিলো তাত সৰ সামৰিয়া ॥
ৰণে সমে দূৰ কৰি মোহোক পেলাই।
সোদশ হাজাৰ কন্যা আনিলাহা জাই ॥ ৩২২

এহিমতে কান্দি কান্দি কহন্ত কৃষ্ণত।
কৃষ্ণে জানিলন্ত শোক পায়াছে মায়াত ॥
মায়াদুৰ কৰি দিও জানোক সকল।
তেবেসে গুচই ইতো ইসব বিকল ॥ ৩২৩
এহি বুলি কৃষ্ণদেৱে বুলিলা বচন।
শুনা যুধিষ্ঠিৰ হেৰা শুনা ভীমসেন ॥
শুনা যাজ্ঞসেনী শুনা জব্ৰঞ্জা দোভাই।
শুনা ধনঞ্জয় তুমি মোৰ নিজকাই ॥ ৩২৪
গুচাইলো বৈষ্ণবী মায়া চয়ৰো এখনে।
তুমি সব কোন মনে চাহিয়ো আপোনে ॥
যেখনে গুছিল মায়া সকলে জানিলা।
শিব কৃষ্ণ গৈয়া আমি কৰিলোহো লীলা ॥ ৩২৫
যুধিষ্ঠিৰ নকুল যে ভীম সহদেৱ।
চাৰিয়ো জানিলা মনে বুলি মহাদেৱ ॥
দ্রোপদী জানিলা মনে মইসে পাৰ্ব্বতি।
কৃষ্ণ বুলি ধনঞ্জয়ে জানিলা সম্প্ৰতি ॥ ৩২৬
পাছে কৃষ্ণে অৰ্জ্জুনক সাবটিয়া ধৰি।
হৰক চাহিয়া হাসি বুলিলন্ত হৰি ॥
বদৰিকাশ্ৰমে মই হৈয়া দুয়োজন।
তপ কৰি মনে লৈলো নৰ নাৰায়ণ ॥ ৩২৭
সম্প্ৰতি ভূমিত আসি কৃষ্ণাৰ্জ্জুন হুয়া।
সেহি তপ ফলে ভাৰ হৰিলো ইতিয়া ॥

পাৰ্ব্বতিৰ মনোৰথ কৰিলা পুৰণ।
সকলে সম্পূৰ্ণ কাৰ্য্য ভৈলা ত্ৰিনয়ন ॥ ৩২৮
এহি বুলি অৰ্জ্জুনক হাতে দুয়ো ধৰি।
সাবটি ধৰন্তে একজন হৈল হৰি ॥
হেন দেখি হৰে পাছে চতুৰ্ভূৰ্জ হৈয়া।
চাৰি হাটে চাৰিকো যে সাবটি ধৰিয়া ॥ ৩২৯
যোগেশ্বৰ ভগবন্ত দেব ত্ৰিনয়ন।
চাৰিকো সামৰি পাছে হৈল একজন ॥
দ্ৰৌপদী বোলন্ত মনে এই সে প্ৰধান।
নিজ ৰূপ ধৰো মই পূৰ্ব্বৰ সমান ॥ ৩৩০
এহি বুলি হৈলা দেবী গৌৰাঙ্গ বদনী।
সৰ্ব্ব অঙ্গ সুশোভন ত্ৰিতয় নয়নী ॥
শিবৰ অঙ্গত আছিলন্ত যিতোজন।
বৃষভৰ পৰা নামিলন্ত তেতিক্ষণ ॥ ৩৩১
দুয়ো ধৰা ধৰি কৰি আনন্দিত মনে।
একজন হুয়া নমি শিবৰ চৰণে ॥
লাফ দিয়া উঠিলন্ত বৃষভ উপৰ।
হৰক সম্মুখি হৰি দিলন্ত উত্তৰ ॥ ৩৩২
পাৰ্ব্বতি সহিতে চলা কৈলাস শিখৰ।
আমিয়ো চলোহো হেৰু স্থানে আপোনাৰ ॥
এহি বুলি কৃষ্ণদেব গৈলা নিজস্থানে।
সভাৰ্য্যে চলিলা হৰ বৃষভৰ যানে ॥ ৩৩৩

বৈশম্পায়ন মুনি বলে শুনা নৰেশ্বৰ।
তোমাৰ প্ৰপিতামহ সাক্ষাত ঈশ্বৰ॥
প্ৰপিতামহীকো দেখা আপুনি পাৰ্ব্বতি।
এহিমানে শেষ পৰ্ব্ব ভৈলা সমাপতি॥ ৩৩৪
শুনিয়োক সভাসদ কেদিন জীবন।
সত্য সিজায়োক চিন্তি দেবৰ চৰণ॥
ভাগবত সমে মই কৈলো সাৰোদ্ধাৰ।
ভাৰতৰ শেষে সমে ৰছিলো পয়াৰ॥ ৩৩৫
গুৰুৰ চৰণ দুই হৃদয়ে ধৰিয়া।
মূঢ়মতি শিশু হুয়া আছোহো ৰছিয়া॥
স্বভাবে দায়াৰ পাত্ৰ হুয়া শিশুজন।
আকে জানি দায়া মোক কৰা বুধজন॥ ৩৩৬
প্ৰাগজ্যোতি পুৰত আমি থাকি অপ্ৰমাদে।
প্ৰতাপ বল্লভ বৰ মন্ত্ৰিৰ প্ৰসাদে॥
তান মনোৰথ সিদ্ধি হৌক সৰ্ব্বদাই।
সদ কৰ্ম্মফল হৌক ব্ৰহ্মপদে ঠাই॥ ৩৩৭
যাবত থাকয় ভূমি তাবে যশ চয়।
মোৰ আশীৰ্ব্বাদে সদা থাকোক নিশ্চয়॥
মধুমাসে শনিবাৰে দুই ঘটি ৰাতি।
ৰামকৰ মুণি চন্দ্ৰে সাকে সমাপতি॥ ৩৩৮
ভৰদ্বাজ কুলে জন্ম ধৰিয়া কলিত।
শাস্ত্ৰ চয় নজানিয়া নভৈলো পণ্ডিত॥

কেৱলে কৃষ্ণৰ পাৱ কৰি আছো আশা ।
আনি একো মোৰ মনে নাহিক ভাৰসা ॥ ৩৩৯
কৃষ্ণ পিতা মাতা বন্ধু জগত আধাৰ ।
হেনয় কৃপালু কৃষ্ণ ত্রৈলোক্যতে সাৰ ॥
কৃষ্ণেসে ৰাখিয়া আছে সবাৰো জীবন ।
যেন বায়ু অবিহনে সবাৰে মৰণ ॥ ৩৪০
এতেকে কৃষ্ণৰ পাৱে কৰি আছো সাৰ ।
সংসাৰ সাগৰে প্রভু কৰিবাহা পাৰ ॥
ভাৰ্য্যা পুত্র পৰিকৰ নাহিকে বিস্তৰ ।
দুই গুটি ভাই আছে সঙ্গত আমাৰ ॥ ৩৪১
মোত পৰে দুঃখি নাহি কয় পৃথিবীত ।
দুঃখিত বৎসল কৃষ্ণ ৰাখিবা সতত ॥
তৰেষা ক্ষেত্রক মোক নিয়া শৰীৰতে ।
এহি বাঞ্ছা কৰি আছো তব চৰণতে ॥ ৩৪২
দ্বিজ দয়াৰামে বোলে মোৰ এহিকাম ।
যমাননে সৰ্ব্বকালে হোক ৰাম ৰাম ॥

ইতি

স্বৰ্গাৰোহণ পৰ্ব্ব সমাপ্ত ।

